# হিন্দু-ধৰ্ম্ম-সাৰ

অৰ্থাৎ

এই কলিকালত চাৰিও বৰ্ণৰ ঈশ্বৰৰ স্থাপিত
নিয়ম প্ৰণালী থকা গ্ৰন্থ।

"শুপবন্দোসমুং স্বক্ত্য গুণং গৃহ্নান্তি মাধবঃ।"

কামৰূপ বৰণগৰৰ

শ্ৰীহলিৰাম মহন্তৰ দ্বাৰা ৰচিত।

# হিন্দু-ধৰ্ম্ম-সাৰ।

অৰ্থাৎ

এই কলি কালত চাৰিও বৰ্ণৰ ঈশ্বৰৰ স্থাপিত
নিয়ম প্ৰণালী থকা গ্ৰন্থ।

---

কামৰূপ বৰণগৰৰ
শ্ৰীহলি ৰাম মহন্তৰ-দ্বাৰা ৰচিত
আৰু
চাপা গুৰি মৌজাৰ
শ্ৰীযুত কৃষ্ণৰাম উজিৰ মৌজাদাৰ দ্বাৰা
প্ৰকাশিত।



---

"শূৰ্পবদ্দোষমুৎসৃজ্য গুণং গৃহ্ণান্তি সাধবঃ।"

---

শক ১৮৩০ ইং ১৯১০।

কামৰূপ যোগদল।

প্ৰথম তাঙ্গৰণ।

কলিকাতা, ৬১ নং মিৰ্জাপুৰ ষ্ট্ৰীট. "বণিক যন্ত্ৰত"
শ্ৰীনগেন্দ্ৰ নাথ আইচ দ্বাৰা
ছপা কৰা হল।

বেচ ।৵০ [illegible] মাথোন।

# সূচি।



## ওপৰঞ্চি

# পাতনি।

পৰমেশ্বৰে যিমান প্ৰাণী সৃজন কৰিছে, সেই এটাইৰে ভিতৰত মানুহেই শ্ৰেষ্ঠ। মানুহ শ্ৰেষ্ঠ হবৰ কৰণ এই যে সংসাৰত অন্যান্য যি সকল জীব জন্তু আছে, সেই বোৰৰ বিবেক শক্তি, ধৰ্ম্ম জ্ঞান, আহাৰ বিহাৰ, উন্নতি, অবনতি আৰু নিয়ম প্ৰণালী একো নাই। মানুহৰ হলে এই সকলো আছে। এতেকে মনুষ্য জন্ম ধৰি যি ঈশ্বৰৰ নিয়ম বোৰ পালন নকৰে, তাৰ মনুষ্যত্ব নেথাকে, আৰু তাৰ ফলে ইহকাল, পৰকাল উভয়তে কষ্ট ভোগ ক'ৰব লগাত পৰে।

মানুহৰ যি বোৰ কৰ্ত্তব্য কাম আছে, সেই বোৰ আচৰণ কৰি, কেনেকৈ আধ্যাত্মিক বলেৰে পাপৰিপু বিলাকক জীৱন যুদ্ধত জিনিব লাগে আৰু হৃদয়ৰ ধৰ্ম্ম গছ জুপিক তললৈ শিপা মেলিবলৈ দিব লাগে ইত্যাদি বিষয় আৰ্য্য সকলে ঠিক ৰূপে ভাষাৰে লেখি থৈ গৈছে। সেই বোৰৰ সাধাৰণ নাম শাস্ত্ৰ। সেই শাস্ত্ৰ সকলৰ মত নেমানি যি সংসাৰত থাকে, তাকে নাস্তিক আৰু অনাচাৰী বোলে। আমাৰ হিন্দু শাস্ত্ৰ মতে এই নাস্তিকক কোনো মতেই ধাৰ্ম্মিক বুলিব নোৱাৰি। এতেকে মনুষ্য মাত্ৰেই শাস্ত্ৰৰ নিয়ম প্ৰণালী বোৰ জনা আৰু পালন কৰা কৰ্ত্তব্য কাম। কিন্তু শাস্ত্ৰ কেবল এখন নহয় যে তাকেই পঢ়ি শুনি অভিজ্ঞতা লাভ কৰিব পাৰি। শাস্ত্ৰ সমুদ্ৰৰ নিচিনা অগাধ। সেই দেখি সকলো মানুহে এটাইবোৰ শাস্ত্ৰ পঢ়ি শুনি জ্ঞান লভা কঠিন বিশেষতঃ বৰ্ত্তমান সময়ত, আমালোকৰ মাজত অতি কম সংখ্যক মানুহৰ ভিতৰতহে মাথোন ঈশ্বৰৰ কৃত নিয়ম বোৰ পালন কৰা যেন অনুমান হয়। সেই হেতুকে কেই খন মান নীতি শাস্ত্ৰৰ সাৰ সংগ্ৰহ কৰি এই "হিন্দু-ধৰ্ম্ম-সাৰ" নামে পুথি খনি লেখা হ'ল।

ইয়াত প্ৰথমে সৃষ্টি প্ৰকৰণ আৰম্ভ কৰি, ক্ৰমে জীব-জন্তুৰ সৃষ্টি

আৰু মানুহ জন্মিবৰে পৰা মৃত্যুকাল লৈক সময় অনুযায়ী ঈশ্বৰৰ স্থাপিত নিয়ম প্ৰণালী বোৰ পালন কৰিবৰ উপায় বোৰ যথা সাধ্য সকলোৱে বুজিব পৰাকৈ বিশেষতঃ শাক্ত বৈষ্ণৱ উভয় সম্প্ৰদায় উপযোগী কৰি, সৰল ভাষাত লেখা হৈছে।

ইয়াৰ শেষত "শেষাৱস্থা" অৰ্থাৎ কেৱল ধৰ্ম্ম সম্বন্ধে লিখোতে বৰ্ত্তমান কোনো কোনো কেৱলীয়া ভকত সকলৰ ব্যৱহাৰে সৈতে কিছু অমিল হব পাৰে; আৰু সেই বাবে তেঁৱা সৱৰ ভিতৰত কোনো কোনোৱে মোক বেজাৰ পাবও পাৰে; কিন্তু বেজাৰ কৰিও যদি তেঁৱাসবে ইয়াত লেখা সিদ্ধ পুৰুষ কেৱল ধৰ্ম্মাবলম্বী "শ্ৰীৰাম আতা" প্ৰভৃতিৰ আহি সুঁৱৰি নিজ নিজ দোষ কিছু পৰিমাণে সংশোধন কৰে, তেন্তে মই কৃতাৰ্থ জ্ঞান কৰিম।

"দায়ভাগ" সম্বন্ধে বেছি বহলাই নিলিখি বৰ্ত্তমান কালত যিবোৰ অতি লাগতীয়াল বুলি বিবেচনা কৰা হৈছে, সেই বোৰ মাথোন লিখা হ'ল।

পুথি খনি মূলৰ পৰাই ভাঙ্গি সৰল ভাষাত লেখা হ'ল। তায় ভিতৰত যি বোৰ কথা অতি দৰ্কাৰি আৰু সন্দেহজনক, সেই বোৰৰ সাথী স্বৰূপ মূল সংস্কৃতৰ কথা বিলাক অবিকল তুলি দিয়া হৈছে।

মই ইতিপূৰ্ব্বে "বিশ্বদৰ্প" পুথি খনি লেখি উলিবাত আমাৰ অসমদেশৰ জ্ঞানী সমাজত আদৰণীয় হোৱা দেখি, বিশেষতঃ শ্ৰীশ্ৰীযুক্ত আউনি আটীয় গোস্বামী, শ্ৰীশ্ৰীযুক্ত বৰপেটা শত্ৰৰ বৰ্ত্তমান অধিকাৰ শ্ৰীযুক্ত মহীৰাম শৰ্ম্মা বিদ্যাৰত্ন; এঃ এঃ কমিচনাৰ শ্ৰীযুক্ত পশুৰাম শৰ্ম্মা থাউন্দ শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামী, শ্ৰীযুক্ত ৰজনীকান্ত বৰদলৈ আৰু ৰায় বাহাদুৰ ৺মাধৱচন্দ্ৰ বৰদলৈ বিদ্বান আৰু সৰ্ব্বজ্ঞ মহাত্মা সকলে আদৰ কৰি, নিজ নিজ লিপিৰে উৎসাহ, দি-তেনেকুৱা কৈ আকৌ

শাস্ত্র লিখিবৰ আদেশ কৰাৰ পিছতেই এনেকুৱা এখনি পুথি সমাজৰ আগত থবিবলৈ আশা কৰিছিলোঁ। কিন্তু নানা কাৰণে সাংসাৰিক জঞ্জালত পৰি, মনৰ আশা মনতে গুপুতকৈ ৰখা হৈছিল। সম্প্ৰতি ঈশ্বৰ ইচ্ছায় বৰ্ত্তমানে বহা কামত থাকিব লগিয়া হোৱাত, আজি পাৰ মাহ পৰিশ্ৰম কৰি, এই পুথি খনি লিখা হ'ল।

ইয়াত যি সকল কথা লিখা হৈছে, সেই সকলোটিয়েই আমাৰ হিন্দু শাস্ত্ৰৰ কথা হে; অশাস্ত্ৰীয় কথা অলপ্যো লিখা হোৱা নাই। সেই দেখি আশা কৰোঁ যেন সামুকৰ পেটৰ মুকুতা আৰু মলীয়ন ঠাইত পৰা সোনক যেনেকৈ আদৰ কৰে, সেইৰূপে মই অধমে লেখা বাবে, ই ঘৃণনীয় নহৈ সমাজত আদৰণীয় হলেই মই শ্ৰম সফল জ্ঞান কৰি কৃতাৰ্থ হম।

অৱশেষত শলাগ লৈ কও যে এই পুথি খনি শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য মহাশয়ে দয়া কৰি আদিৰ পৰা অন্তলৈ চাই দিছে। সেই বাবে তেওঁৰ গুৰিত কৃতজ্ঞতা প্পাশত্ বন্ধা থাকিলো।

যোগদলা
২০।৯।১০ ইং

শ্ৰীহলিৰাম মহন্ত।

পাতনিত লেখা উৎসাহদাতা মহাত্মা সকলৰ বিশ্বদৰ্পণ সম্বন্ধে লেখা দুখনি মান পত্ৰ সলাগ স্বৰূপে তলত তুলি দিলোঁ। বাহুল্যতা হেতু এটাই বোৱ তুলি দিয়া নহল ইতি।

লিখোতা।

নং ৯৬৩

শুভাশীৰ্ব্বাদ

শ্ৰীযুত হলিৰাম মহন্ত প্ৰতি ১৫ জানুৱাৰী তাৰিখৰ পত্ৰ পাঠে সমাচাৰ জনা হ'লোঁ। আপোনাৰ সংগৃহীত বিশ্বদৰ্পণ নামেৰে পঠোৱা পুথি খনি দেখ হৈছে। সেই পুথি পাঠ কৰি আমি সন্তোষ পাইছোঁ

ভৱিষ্যতেও এইরূপে কাৰ্য্যত প্রবৃত্ত হোবা দেখিলে বিশেষ সন্তোষৰ কথা। ১৮২৬।১৫ মাঘ।

শ্রীশ্রীআউল আটীয়া গোস্বামী

শ্রীহৰি।

আপোনার প্রেরিত বিশ্বদর্পণ পুথি খন পাঠ করি বিশেষ সন্তোষ লাভ করিলোঁ। পুস্তক খনি হৃদয়গ্রাহী ও ভক্তি রঞ্জক হইছে, বিশেষকৈ ১০ ম অধ্যায়র পেরা শেষলৈকে ভাল হইছে। ইতি ২৮ পৌষ ১৩১৬।

শ্রীপরশুরাম শর্ম্মা

খাউন্দ।

এঃ এঃ কমিচনার

কেম্প্ গন্ধমৌ,--পোঃ অঃ গুয়ালকুচি।

২০।১।০৫

প্রিয় মহন্ত !

আপোনার কৃত বিশ্বদর্পণ পুথি খন আরু চিঠি পাই, যারপর নাই সুখী হলোঁ। মোর মনেরে কিতাপ খনি বড় ভাল হৈছে, আরু আপুনি যি উদ্দেশে তাক লিখিছে সি সম্পূর্ণ সম্পাদিত হৈছে।

"সাহিত্যসোপান" খনি ছপাবলৈ দিয়া শুনি পরম সুখী হলোঁ। ইতি।

স্নেহর

শ্রীহেমচন্দ্র গোস্বামী সঃ ডিঃ কালেক্টর।

## লিখকৰ কবলগা কথা।

মই অকপত চিত্তেরে কওঁযে এই পুথি খনি চাপাগুরি মৌজার মৌজাদার শ্রীযুক্ত কৃষ্ণরাম উজির ডাঙ্গরীয়াই এই তাঙ্গরণর সমুদায়া ছপোৱা খরছ দি ছপাই প্রকাশ করিলে। এই বাবে তেওঁক নথৈ শলাগ ললোঁ আরু আশা কৰোঁ এই সদ্‌গুণর বাবে পরমেশ্বরে সদাই মঙ্গল কৰিব। আরু তেওঁৰ হৃদয়ত সদাই এনেকুৱা উদার ভাব দি সুকীর্ত্তি লাভ করাব আকো সমাজরো বিশেষ আদৰণীয় হব। ইতি

শ্রীহলিরাম মহন্ত

২০।৯।১০ ইং

ওলপতে মাৰ যোৱা আসামৰ উজ্জল তৰা ৺লক্ষেশ্বৰ শৰ্ম্মা বি, এ,
ডাঙ্গৰীয়াই লেখা পত্ৰৰ সাৰাংশ।

GAUHATI
2—23—09.

প্ৰিয় মহন্ত,

মোৰ সময় নাই, সেই বাবে আপনাৰ পুথি খন ভালকৈ দেখিব নোৱাৰি কেৱল ওপৰে ২ দেখিলোঁ। আৰু আজি পঠালোঁ। পুথিখন পঢ়ি বৰ সন্তোষ পালোঁ। আপনি বৰ ভাল পুথি লেখিছে। কিন্তু মই ইয়াৰ নাম মুক্তি-সোপান গুচাই "হিন্দু-ধৰ্ম্ম-সাৰ" দিলোঁ। ইটিহে উপযুক্ত নাম হব। ইতি

বিনীত
শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা।

শ্ৰীশ্ৰীগোবিন্দঃ।

নং ৬১৬
যোৰহাট, আসাম।

নমস্কাৰপূৰ্ব্বক নিবেদন ঃ—

আপনি পুথিখন বিহাবাৰি ঠিকনায় পঠাইছিল, সেই দেখি মই পোৱাত দিৰি হৈছে। যি হউক আজি ৬৮ পৃষ্ঠা পৰ্য্যন্ত শেষ কৰিলোঁ। শীঘ্ৰে অৱশিষ্ট ওছাই পঠাম। যাহা হউক আপোনি পৰম সুধী জ্ঞানী পুৰুষ। কাম উত্তম কৰিছে। বাস্তবিক আপোনাৰ এই কাৰ্য্যত মই বৰ মুগ্ধ আৰু সন্তোষ হৈছোঁ।

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য।
১৯—৪—০১।

# হিন্দু-ধৰ্ম্ম-সাৰ ।

## সেৱা ।

ওঁ অখণ্ড মণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰং ।
তৎপদং দর্শিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ ॥

ওঁ নমো ভগৱতে বাসুদেৱায় ।

শুক্লাম্বৰধৰং বিষ্ণুং শশি ৱৰ্ণ চতুৰ্ভুজম্ ।
প্ৰসন্ন বদনং ধ্যায়েৎ সৰ্ব্ব বিঘ্নোপশান্তয়ে ॥

নাৰায়ণং নমস্কৃত্যং নৰঞ্চৈৱ নৰোত্তমম্
দেবীং সৰস্বতী ব্যাসং ততোজয় মুদীৰয়েৎ ॥

বন্দে কৃষ্ণং গুণাতীতং পৰংব্ৰহ্মোচ্যুতং যতঃ ।
আবিৰ্ব্বভূব প্ৰকৃতিং ব্ৰহ্মা বিষ্ণু শিবাদয়ঃ ॥

---

## প্ৰথম অধ্যায় ।

### সৃষ্টিৰ বৃত্তান্ত ।

এই বিশ্ব সংসাৰ এ সময়ত এন্ধাৰে আগুৰা আছিল। তেতিয়া যে সি কেনেকুৱা আছিল, সেই বিষয় স্থিৰ কৰিবলৈ কোন প্ৰকাৰ লক্ষণেৰে অনুভৱ কৰিব নোৱাৰি; অৰ্থাৎ জ্ঞানৰ অতীত। আন কি যেন সি সৰ্ব্বতোভাৱে গাঢ় টোপনিত আছিল। পিছে স্বয়ম্ভু-অব্যক্ত

ঈশ্বৰে এই বিশ্ব সংসাৰক ক্ৰমে ক্ৰমে বিস্তাৰিত কৰি স্বয়ং শৰীৰাকাৰে প্ৰকাশিত হ'ল।

তেওঁ প্ৰজা স্ৰজিবলৈ চিন্তা কৰা মাত্ৰকেই প্ৰথমে পাণী সৃষ্টি কৰিলে। পিছে আপনাৰ দেহক দুভাগ কৰি আধা অংশৰ এজন পুৰুষ আৰু আধা অংশৰ এজনী তিৰোতা ৰূপ ধৰিলে *। পিছে সেই পুৰুষৰ ঔৰষে সেই আদ্যাশক্তিৰ গৰ্ভত এটি কণী হ'ল। সেই কণীটি উক্ত পাণীত নিক্ষেপ কৰিলে; আৰু তাৰে পৰা কালক্ৰমে এটি জ্যোতিৰ্ম্ময় শিশু উপজি † সেই পাণীতেই শয়ন কৰিলে। এওঁৱেই আদি কাৰণ অব্যক্ত আৰু প্ৰথম পুৰুষ। নৰ অৰ্থাৎ পৰমাত্মাৰ পৰা সৰ্ব্ব প্ৰথমে ওপজাৱাৰে অপত্য প্ৰত্যয়ত্ পাণীক নাৰ বোলে। আকৌ ব্ৰহ্মৰূপে অৱস্থিত পৰমাত্মাৰ সৰ্ব্বপ্ৰথমে আশ্ৰয় বুলিয়েই তেওঁক নাৰায়ণ বোলে।

তাৰ পিছে স্বয়ং ঈশ্বৰে নিজৰ নাভিপদ্মৰ পৰা পদ্মযোনি ব্ৰহ্মাক সৃষ্টি কৰিলে উক্ত প্ৰথম পুৰুষৰ নাভিৰ পৰা ওলাই তেওঁক ব্ৰহ্মাণ্ড স্ৰজিবলৈ আদেশ কৰিলে। সেই আদেশে. সেই আদি পুৰুষৰ নাভিয়ে সোমাই ব্ৰহ্মমানৰ এবছৰ কাল তাতে থাকি, শেষত ধ্যানেৰে জানি, আকৌ নাভিয়ে ওলাই, উক্ত আদি পুৰুষৰ প্ৰতি লোমৰ বিন্ধাতে এটি এটিকৈ ব্ৰহ্মাণ্ড স্থাপন কৰি; প্ৰতি ব্ৰহ্মাণ্ডকে দুভাগ কৰিলে। তাৰ উৰ্দ্ধ খণ্ডে স্বৰ্গাদি লোক আৰু অধঃখণ্ডে পৃথিব্যাদি সপ্তলোক নিৰ্ম্মান কৰিলে। মাজ খণ্ডত আকাশ, আঠ দিক আকৌ সাগৰ সকল স্থাপিত কৰিলে। তাৰ পিছে সত্ত্ব, ৰজঃ, তমঃ, এই তিন গুণ সৃষ্টি কৰি, শেষত

---

* এৱেঁই আদ্যাশক্তি ৰাধা।

† এৱেঁই বিৰাট পুৰুষ, অসংখ্য বিশ্বৰ, আধাৰ মহাবিষ্ণু।

বিষয় গ্ৰহণক্ষম ইন্দ্ৰিয় সকল সৃষ্টি কৰিলে। সেই বোৰৰ মাজত অনন্ত কাৰ্য্যক্ষম অহঙ্কাৰ আৰু পঞ্চ তন্মাত্ৰ,* এই ছয়টিৰ সূক্ষ্মতম অবয়বক তেওঁৰ বিকাৰ ইন্দ্ৰিয় আৰু পঞ্চ ভূতৰ সহিতে যোগ কৰি, ক্ৰমে দেৱ, মানুহ আৰু চৰাই আদি সকলো জীৱকে সৃজন কৰিলে।

মহত্তত্ত্ব অহঙ্কাৰতত্ত্ব আৰু পঞ্চ তন্মাত্ৰ এই সাতোটি পুৰুষ তুল্য পদাৰ্থৰ সূক্ষ্মমাত্ৰাৰ পৰাই এই জগত সৃষ্টি হৈছে। অবিনাশী কাৰণৰ পৰা আকাশাদি ভূত সকল প্ৰত্যেকে গুণ গ্ৰহণ কৰিছে। তাৰ ভিতৰত যি যিমান পদাৰ্থেৰে সৃষ্টি তাৰ সিমান গুণ আছে ;—যেনে প্ৰথম ভূত আকাশৰ এক গুণ শব্দ। বায়ুৰ দুই ভূত শব্দ আৰু স্পৰ্শ। অগ্নিৰ তিনি গুণ শব্দ, স্পৰ্শ আৰু ৰূপ। পাণীৰ চতুৰ্থ ভূত শব্দ, স্পৰ্শ, ৰূপ আৰু ৰস। পঞ্চম ভূত পৃথিৱীৰ পাঁচ গুণ শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ। ব্ৰহ্মা যজ্ঞ কাৰ্য্য সম্পাদনৰ নিমিত্তে যথাক্ৰমে ঋক, যজু আৰু শাম এই তিন বেদ দোহন কৰিলে। আকৌ বেদানুক্ৰমে এটাইৰে পৃথক্ পৃথক্ নাম. কৰ্ম্ম আৰু বৃত্তি বিভাগ কৰি দিলে। এই প্ৰভু কৰ্ম্মাঙ্গভূত প্ৰাণধাৰী ইন্দ্ৰাদি আৰু সাধ্য নামে এই তিনি প্ৰকাৰ সূক্ষ্ম, অসংখ্য দেৱতা আৰু সনাতন যজ্ঞ সকল সৃষ্টি কৰিলে। আকৌ কালৰ বিশেষ বিশেষ ভাগ বোৰ: নক্ষত্ৰ সমূহ, গ্ৰহবোৰ, নদী, সমুদ্ৰ, পৰ্ব্বত সম আৰু বিষম ভূমি, তপস্যা, বাক্য, সন্তোষ কাম আৰু ক্ৰোধ এই বোৰ পদাৰ্থ তেও প্ৰজা সৃষ্টিৰ অভিলাষেৰে উৎপাদন কৰিলে। কৰ্ম্ম বিলাক ভাগ কৰিবৰ কাৰণে তেও ধৰ্ম্মা-ধৰ্ম্মৰ বিচাৰ বিভাগ আৰু প্ৰজাবোৰৰ সুখ-দুঃখাদি দ্বন্দ্ব ভাবে নিযুক্ত কৰিলে। পিছে সূক্ষ্ম আৰু পৰিণামী পঞ্চ তন্মাত্ৰৰ লগত এই সমুদায় সূক্ষ্মৰ পৰা স্থূল আৰু স্থূল তকৈও স্থূলতৰ কৰি আনুপূৰ্ব্বিক ক্ৰমে সৃষ্টি কৰিলে। প্ৰভু পৰমেশ্বৰে

* শব্দ স্পৰ্শ, ৰূপ, ৰস, গন্ধ

সৃষ্টিৰ প্ৰথমে যাৰ যি কামত নিযুক্ত কৰিছে সি বাৰম্বাৰ জন্ম ধৰিও সেই কামকেই আচৰণ কৰি থাকে। অৰ্থাৎ হিংসা-অহিংসা, বিনয়, খল, ধৰ্ম্ম, অধৰ্ম্ম, সত্য আৰু অসত্য ইত্যাদিৰ যাৰ যি গুণ তাক তেওঁ সৃষ্টি কালতে নিয়ম কৰি দিলে। সৃষ্টিৰ পাছতো সেই গুণ তাত সোমাই তাৰ পিছত পৃথিব্যাদিৰ সমৃদ্ধি কামনা কৰি, পৰমেশ্বৰে আপোনাৰ মুখ, বাহু, উৰু আৰু নাভিৰ পৰা যথাক্ৰমে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰি জাতি সৃজন কৰিলে।

---

# দ্বিতীয় অধ্যায়।

## মনুষ্যাদি জীবেৰ উৎপত্তি।

প্ৰথম অধ্যায়ত কোৱা বিৰাট পুৰুষে ( ব্ৰহ্মা ) নিজে তপস্যা কৰি, এজন মহাপুৰুষ সৃষ্টি কৰিলে, সেই জনেই মনু; এই মনুয়েই দ্বিতীয় স্ৰষ্টা। মহানুভৱ মনু প্ৰজা সৃষ্টি কৰাৰ কামনাৰে তপস্যা কৰি, প্ৰথমে দহ জন মহৰ্ষি সৃষ্টি কৰিলে। তেওঁ লোকৰ নাম যথা ;—মৰীচি, অত্ৰি, অঙ্গিৰা, পুলহ, পুলস্ত্য, ক্ৰতু, প্ৰচেতা, বশিষ্ঠ, ভৃগু আৰু নাৰদ ‡। এই দহ জনে আকৌ মহাতেজস্বী সপ্ত মনুক সৃজন কৰিলে। পূৰ্ব্বে ব্ৰহ্মাই যি সকল দেৱতা সৃষ্টি কৰা নাই, সেই সকল দেৱতা আৰু সেই দেৱতা সকলৰ বাসস্থান ; অসীম ক্ষমতা সম্পন্ন বহু মহৰ্ষি, যক্ষ, ৰাক্ষস, পিশাচ, গন্ধৰ্ব্ব, অপ্সৰা, অসুৰ ; সৰ্প ; গৰুড়াদি, পক্ষী আৰু পিতৃলোক ; বিদ্যুৎ ; বজ্ৰ, মেঘ, ইন্দ্ৰধনু, উল্কা, ভূমিকম্প আৰু অন্তৰীক্ষৰ উৎপাতধ্বনি ; ধূমকেতু, ধ্ৰুব আকৌ অগস্ত্যাদি নানা প্ৰকাৰ জ্যোতিৰ্ম্ময় পদাৰ্থ,

---

‡ এওঁ লোকক প্ৰজাপতিও বলে।

কিন্নৰ ; বানৰ, মৎস্য, পশু ; মৃগ, মনুষ্য আৰু দুই পাতি দাঁত থকা জন্তু ; সিংহাদি হিংস্ৰ জন্তু, কৃমি, কীট, পতঙ্গ, মুক ; মাখী, ওকণী সকলো প্ৰকাৰ দংশক মহ প্ৰভৃতি আৰু বৃক্ষ-লতাদি আৰু পৃথক পৃথক স্থাবৰ এই সমস্তকে এওঁ লোকে সৃজন কৰিলে।

উপৰিউক্ত জন্তু বিলাকৰ ভিতৰত পশু, মৃগ, হিংস্ৰ জন্তু যেনে ;— বাঘ ইত্যাদি দুই পাতি দাঁত থকা জন্তু, ৰাক্ষস, পিশাচ আৰু মানুহ এই বোৰ জৰায়ুজ অৰ্থাৎ ইহঁতে গৰ্ভৰ পৰা জন্ম ধৰে। চৰাই সাপ, কুম্ভীৰ মাছ, কাছ আৰু স্থলজ নেউল আৰু জলজ বেং প্ৰভৃতি অণ্ডজ্ অৰ্থাৎ কণীৰ পৰা উৎপন্ন হয়। মহ, জোক, মাখি আৰু ওকণী এই বোৰ স্বেদজ আৰু পৰুৱা আদি উষ্ম অৰ্থাৎ ঘমীৰ পৰা জন্ম গ্ৰহণ কৰে। সকলো উদ্ভিদকেই স্থাবৰ বোলে। ইহঁতৰ মাজত কেত্ বোৰবীজৰ পৰা জন্মে আৰু কোনো কোনোৱে ডালৰ পৰা উৎপন্ন হয়। যি বোৰৰ বেচি ফুল-ফল হয় আৰু ফল পকিলে মৰে সেই বোৰক ওষধি কয় ; যেনে ধান, মাহ, ইত্যাদি। যি বোৰ উদ্ভিদে মুকুলি নৈহ ফল ধৰে সেই বোৰক বনস্পতি বোলে ; কিন্তু এটাইবে সাধাৰণ নাম গচ। আকৌ কল, লতা, লাউ, কুমুৰা আদি তৃণ জাতি উদ্ভিদ অনেক আছে ; তাৰ কিছুমান বীজৰ পৰা আৰু কিছুমানে মূলৰ পৰা গাজ মেলি ( পোখা মেলি ) জন্মে। সেই অচিন্ত্য পৰাক্ৰমী পৰমেশ্বৰে এইৰূপে স্থাবৰ জঙ্গম সমুদাই জগত আৰু মনুকে আদি সৃষ্টি কৰি ; প্ৰলয় কাল পৰ্য্যন্ত সকলোকে প্ৰতিপাল কৰি ৰাখে। পিছে আকৌ প্ৰলয় কাল উপস্থিত কৰি, সকলো জীব জন্তু নিজৰ শৰীৰত ধৰে, শেষত নিজেও নিজতেই অন্তৰ্হিত হয়।

স্থিতি প্ৰলয় এই দুটি সেই পৰমেশ্বৰৰ নিজৰ জাগৰিত আৰু টোপণি এই দুটি ক্ৰিয়া মাথোন। অৰ্থাৎ পৰমেশ্বৰ যেতিয়া আপোনাতে আপুনি অৱস্থিত্ থাকি বিশ্ৰাম উপভোগ কৰে, তেতিয়া কৰ্ম্ম লব্ধ দেহ

ইন্দ্রিয় বোৰে সহিতে অবস্থান কৰে। যেতিয়া সেই পৰামাত্মা পৰমেশ্বৰত এই নিখিল সংসাৰ লয় হয়, তেতিয়া সেই সৰ্ব্বভূতাত্মা অচিন্ত মনে পৰম সুখে টোপনি যায়।

# তৃতীয় অধ্যায়।

## সময়বৰ্ণন, প্ৰলয়নিৰুপণ।

### আৰু যুগ ধৰ্ম্ম।

অষ্টাদশ নিমেষে এক কাষ্ঠা হয়। ত্ৰিশ কাষ্ঠায় এক কলা, ত্ৰিশ কলায় এক মুহূৰ্ত্ত আৰু ত্ৰিশ মুহূৰ্ত্তে এক অহোৰাত্ৰ হয়। সূৰ্য্যই মনুষ্য আৰু দেৱতা সকলৰ অহোৰাত্ৰ ভাগ কৰে। ইয়াৰ ভিতৰত জীৱ সকলৰ ৰাতি টোপনি আৰু দিন কামকৰাৰ নিমিত্তে নিৰ্দ্দিষ্ট হৈছে। ডেৰকুৰি অহোৰাত্ৰে মানুহৰ এমাহ আৰু এইৰূপ বাৰমাহে এবছৰ হয়। মানুহৰ এমাহে পিতৃলোকৰ এদিন এৰাতি হয়। তাৰ ভিতৰত কৃষ্ণ পক্ষে দিন আৰু শুক্ল পক্ষে ৰাতি। মানুহৰ এবছৰে দেৱতা সকলৰ এদিন এৰাতি হয়। উত্তৰায়ণ দিন আৰু দক্ষিণায়ন ৰাতি। এতিয়া ব্ৰহ্মাৰ দিন ৰাতিৰ পৰিমাণ কোৱা যাওক। দেৱতাৰ চাৰি হেজাৰবছৰে মানুহৰ সত্যযুগ হয়। ইয়াৰ আদিৰ চাৰিশ বছৰে দিন আৰু শেষৰ চাৰিশ বছৰে ৰাতি হয়। অন্যান্য তিনি যুগত ক্ৰমে এশ এশ বছৰকৈ কমি যায়; অৰ্থাৎ দেৱতাৰ তিনিশ বছৰে ত্ৰেতা, দুশ' বছৰে দ্বাপৰ আৰু এশ বছৰে কলি যুগ হয়। এই মানুহৰ চাৰি ও যুগৰ ভিতৰত দেৱতাৰ বাৰ হেজাৰ বছৰ হয়। এই সময় তাঁহাতৰ এযুগ এই হিচাবে দৈৱ পৰিমাণৰ হেজাৰ যুগে ব্ৰহ্মাৰ এদিন আৰু এই পৰিমাণে তেওঁৰ এৰাতি হয়।

উপৰত যে দৈব যুগৰ পৰিমাণ বাৰহেজাৰ বছৰ কোৱা হল, তাৰ আঠলক্ষ বায়ন্ন হেজাৰ বছৰে এটা এটা মন্বন্তৰ অৰ্থাৎ এক এক মনুৰ অধিকাৰ কাল শেষ হয়। এইৰূপে অসংখ্য অসংখ্য মন্বন্তৰ মিলিত হৈছে। আৰু অসংখ্য বাৰ বিশ্বৰ সৃষ্টি আৰু লয় হৈছে। আকৌ সেই জগৎস্ৰষ্টা পিতামহে যেন ক্ৰীড়া কৌতুক কৰি উক্ত লিখিত কাৰ্য্যবোৰ সম্পন্ন কৰি থাকে।

এতিয়া উল্লিখিত যুগচাৰিটিৰ বিষয় কোৱা যাওক। প্ৰথম সত্য-যুগে সকলো ধৰ্ম্মই পূৰ্ণভাৱে অৱস্থিতি, অসত্য মাত্ৰেই নাই। এই যুগত শাস্ত্ৰ নিসিদ্ধ উপায়েৰে অৰ্থ নাইবা বিদ্যা লাভ নাই। ক্ৰমে অন্যান্য তিনি যুগে, ধৰ্ম্ম এক এক ভাগ ক্ষয় হৈ আহে যেনে ;—ত্ৰেতাত তিনি, দ্বাপৰত দুই আৰু কলিত একভাগ মাত্ৰ ধৰ্ম্ম থাকে। সেইৰূপে ধন-বিদ্যা অৰ্জ্জনেও ধৰ্ম্মৰ এক এক পাদ ক্ষয় হৈ থাকে।

সত্য যুগৰ মানুহ বোৰ নিৰোগী, সিদ্ধ কৰ্ম্মী আৰু চাৰিশ বছৰ জীয়াই থাকে। কিন্তু ত্ৰেতাদি পিচৰ যুগ তিনটিও ক্ৰমে এশ বছৰকৈ হ্ৰাস হয়। বেদোক্ত কৰ্ম্ম অনুসাৰে পৰমায়ুঃ প্ৰাপ্তি কামনা পূৰ্ব্বক ফল লাভ হৈ থাকে।

চাৰিও যুগে ধৰ্ম্ম সাধনা বিষয়ো ভিন্ন প্ৰকাৰ যেনে ;—সত্য যুগত তপস্যাই প্ৰধান ধৰ্ম্ম. ত্ৰেতা যুগত জ্ঞানেই প্ৰধান, দ্বাপৰ যুগত যজ্ঞ আৰু কলি যুগত দান আৰু নাম।

# চতুৰ্থ অধ্যায়।

## চাৰি বৰ্ণৰ ধৰ্ম্ম, তাৰ শ্ৰেষ্ঠতা আৰু আচাৰ ধৰ্ম্ম।

ধৰ্ম্মৰ মূল কেৱল কৰ্ম্ম, সেই দেখি চাৰিও বৰ্ণৰে নিয়ম কৰোতা পৰমেশ্বৰে কেতবোৰ কৰ্ম্ম নিৰ্দ্দেশ কৰিছে। সেই সকল কৰ্ম্ম যেনে ;—

বিদ্যাদান, অধ্যয়ন, যজন, যাজন দান আৰু দানগ্ৰহণ এই ছয়টি ব্ৰাহ্মণ সকলৰ ; প্ৰজা ৰক্ষা কৰা, দান, যজ্ঞ, অধ্যয়ন আৰু ভোগাশক্তি পৰিবৰ্জ্জন এই কেইটি কৰ্ম্ম ক্ষত্ৰিয় সকলৰ ; পশুপালন, দান যজ্ঞ, অধ্যয়ন, বাণিজ্যৰ জন্য ধন প্ৰদান আৰু কৃষি কৰ্ম্ম বৈশ্যৰ , আৰু একান্ত মনে উক্ত তিনি বৰ্ণক সেবা কৰি, পৰমেশ্বৰৰ চৰণত ভক্তি ৰখা শূদ্ৰৰ নিয়ম কৰি দেছে।

পুৰুষৰ ভৰিৰ পৰা মুৰলৈকে সমস্ত শৰীৰ পবিত্ৰ। তাৰ ভিতৰত নাভিৰ পৰা উপৰে সমস্ত গা খণ্ড, নিম্ন ভাগতকৈ বেচি পবিত্ৰ ; কিন্তু মুখ হলে সকলোতেকৈ বেচি পবিত্ৰ। সেই হেঁতুকে ব্ৰাহ্মণ প্ৰভূৰ মুখৰ পৰা উত্তৰ হৈছে দেখি, অন্যান্য বৰ্ণতকৈ অতি উত্তম। আৰু সেই দেখিহে শ্ৰাদ্ধাদিত দিয়া অন্নবোৰ পিতৃ সকলে ব্ৰাহ্মণৰ মুখেহে গ্ৰহণ কৰে।

ত্ৰই সংসাৰত থকা বস্তুৰ মাজত যি বিলাকৰ জীব আছে অৰ্থাৎ লৰচৰ কৰি ফুৰিব পাৰে, তাহঁাত শ্ৰেষ্ঠ। ইহঁতকে প্ৰাণীও বোলে। এই প্ৰাণী সকলৰ মাজত যাৰ বুদ্ধি আছে, তেওঁলোক অতি শ্ৰেষ্ঠ। বুদ্ধি জীবী সকলৰ মাজত আকৌ মানুহ শ্ৰেষ্ঠ এই মানহ সকলৰ মাজত আকৌ ব্ৰাহ্মণ শ্ৰেষ্ঠ। ব্ৰাহ্মণৰ মাজত আকৌ যিবোৰ বিদ্বান তেওঁলোক শ্ৰেষ্ঠ। বিদ্বান, সকলৰ ভিতৰত যি বোৰৰ শাস্ত্ৰে কোৱা নিয়মানুসাৰে কৰ্ত্তব্য বুদ্ধি জন্মিছে তেওঁলোকেই শ্ৰেষ্ঠ , আকৌ কৃত বুদ্ধি সকলৰ মাজত যি বোৰে সদাই কৰ্ত্তব্যানুযায়ী কাম কৰে, তেওঁলোক শ্ৰেষ্ঠ ; কিন্তু সকলোতকৈ আকৌ ব্ৰহ্মবেদী ব্ৰাহ্মণ শ্ৰেষ্ঠ † কিন্তু পৰমেশ্বৰৰ একান্ত ভক্ত সবাতকৈ শ্ৰেষ্ঠ ‡।

---

† ধৰ্ম্ম সত্য দম তপ্ জপ্ যজ্ঞ বৰ। অনুসূয়া ক্ষমা ধৃতি লজ্জা অমৎসৰ ॥
দান সমে এই বাৰ গুণ ব্ৰাহ্মণৰ। সদায়েই সব গুণ যুক্ত দ্বিজবৰ ॥

‡ ভকতৰ ভিতৰত বৰ্ণৰ বিচাৰ নাই। আন কি চাণ্ডাল একান্ত। ভকতেও সৰ্ব্ব শ্ৰেষ্ঠ। ( গীত।—নাম ঘোষা )

আৰু এটি কথা চাৰি বৰ্ণৰে সনাতন ধৰ্ম্ম আচাৰ। আচাৰ প্ৰতি-পালন যে পৰম ধৰ্ম্ম ইয়াক, বেদ স্মৃত্যাদি সমস্ত শাস্ত্ৰতেই প্ৰতিপন্ন হৈছে। এতেকে আত্মজ্ঞানী ব্ৰাহ্মণ সকলেও সদায় আচাৰানুষ্ঠানে যত্নবান থাকিব। আচাৰ ভ্ৰষ্ট কোনো লোকেই প্ৰতিষ্ঠালাভ ( মুক্তি হয়) কৰিব নোৱাৰে। আন কি আচাৰ ভ্ৰষ্ট ব্ৰাহ্মণ কেতিয়াও বেদৰ ফল ভোগী ন হয়। যদি আচাৰ যুক্ত হয় আৰু যদি অতিশয় বেদজ্ঞও ন হয়, তথাপি সেই ব্ৰাহ্মণে বেদ পুণ্যৰ সম্পূৰ্ণ ভোগী হবগৈ পাৰিব।

পূৰ্ব্ব কালত মুণি ঋষি সকলে এই আচাৰেৰ ধৰ্ম্ম প্ৰাপ্তি হয় দেখিয়েই আচাৰ সকলো তপস্যাৰ মূল জানি, ইয়াক পৰম ধৰ্ম্ম বুলি গ্ৰহণ কৰিচিল যেনে,—

অতি পাতকিক, নাম না লাগে,
নিয়ম সঙ্গে তৰে।
শৃগালক খেদিতে, সিংহ নে লাগে,
কুকুৰে খেদিতে পাৰে॥
( গীতা আৰু নাম ঘোষা। )

---

# পঞ্চম অধ্যায়।

## বৰ্ণধৰ্ম্ম আশ্ৰমধৰ্ম্ম।

বৈদিক পুণ্য কাৰ্য্যেৰে দ্বিজাতি সকলৰ গৰ্ভধানাদি সংস্কাৰেৰে শৰীৰ শুদ্ধি কৰা কৰ্ত্তব্য। এই বোৰ বৈদিক কাৰ্য্যেৰে ইহকাল আৰু পৰকাল উভয়তেই পবিত্ৰ হয়। গৰ্ভাবস্থায় গৰ্ভাধান, জাতকৰ্ম্ম, চূড়া, কৰণ আৰু উপনয়নাদি সংস্কাৰ দ্বাৰাই দ্বিজাতি সকলৰ পূৰ্ব্বৰ পাপ বোৰ ক্ষয় হয়।

বেদ অধ্যয়ন, ব্ৰহ্মচৰ্য্যাদি ব্ৰত স্বায়ং প্ৰাতঃ হোম, ব্ৰহ্মচৰ্য্য সময়ে দেব-ঋষি-পিতৃ তৰ্পণ, গৃহস্থাশ্ৰমী হৈ সন্তানোৎপাদন, ব্ৰহ্ম যজ্ঞাদি পঞ্চ মহাযজ্ঞ প্ৰভৃতিয়ে এই মনুষ্য শৰীৰক ব্ৰহ্ম প্ৰাপ্তিৰ উপযুক্ত কৰে।

লৰা জন্মিলে নাড়ী কটাৰ পূৰ্ব্বেই তাক স্বগৃহোক্ত মন্ত্ৰেৰে সোন, মৌ আৰু ঘিউ খুৱাব লাগে। লৰা উপজিলে তাৰ নামকৰণ এগাৰ দিনৰ দিনাথন নাইবা তাৰ অলপ্ পিছতো যিদিনা জ্যোতিষমতে নক্ষত্ৰ আৰু লগ্নাদি শুদ্ধ হব, সেই দিনে কৰা উচিত। ব্ৰাহ্মণৰ মঙ্গল বোধক, ক্ষত্ৰিয়ৰ বল বোধক, বৈশ্যৰ ধন বোধক, আৰু শূদ্ৰৰ হীনতা বোধক নাম ৰাখিব লাগে। ব্ৰাহ্মণৰ নামৰ শেষত শৰ্ম্ম, ক্ষত্ৰিয়ৰ বৰ্ম্মাদি ৰক্ষা বোধক, বৈশ্যৰ ভূতি প্ৰভৃতি পুষ্টি ( বৃদ্ধি পা পোষণ ) বোধক আৰু শূদ্ৰৰ নামৰ, শেষে দাসাদি প্ৰেষ্য বোধক উপপদ যোগ কৰিব। যেনে— অনন্ত শৰ্ম্মা, বসুভূতি আৰু দীন দাস ইত্যাদি। স্ত্ৰীৰ নাম এনেকুৱা হব যেন সুখে উচ্চাৰণ কৰিব পাৰি; নিৰ্দ্দয় আৰু কঠিন বাচক ন হয়, মনোহৰ আৰু আদৰ ভাব বুজায় অৰ্থৰ স্পষ্ট জ্ঞান জন্মে আৰু যেন দীৰ্ঘ স্বৰান্ত হয়। যেনে, মঙ্গলা দেবী, অম্বিকা দেবী, হেমপ্ৰভা দাসী, সুশীলা দাসী, মোহিনী ইত্যাদি।

চতুৰ্থ মাহে সূৰ্য্য দৰ্শন কৰাবলৈ জন্ম ঘৰৰ পৰা জন্ম হোৱা লৰাক বাহিৰলৈ উলিয়াব লাগে। ইয়াকে নিষ্ক্ৰমন সংস্কাৰ বোলে। ষষ্ঠ মাহত লৰাৰ অন্নপ্ৰাসন কৰিব লাগে, নাইবা নিজৰ কুলধৰ্ম্ম অনুসাৰে যি সময় নিয়ম সেই সময়তো কৰিব। শ্ৰুতিৰ মতে সমুদাই দ্বিজাতি সকলে প্ৰথম কিম্বা তৃতীয় বছৰে কুলাচাৰ অনুসাৰে চূড়াকৰণ সংস্কাৰ কৰা উচিত।

গৰ্ভ সঞ্চাৰ হোৱাৰ পৰা গণনা কৰি, ব্ৰাহ্মণৰ আঠ বছৰে ক্ষত্ৰিয়ৰ এগাৰ বছৰে আৰু বৈশ্যৰ বাৰ বছৰে উপনয়ন কৰা উচিত। কিন্তু

ব্ৰহ্ম তেজ কামনা কৰা ব্ৰাহ্মণে, বলাৰ্থী ক্ষত্ৰিয়ে আৰু ধনকামী বৈশ্যে যথাক্রমে গর্ভ পঞ্চম ; গর্ভ ষষ্ঠ আৰু গর্ভ অষ্টম বছৰে নিজ নিজ লৰাৰ উপনয়ণ দিয়া কৰ্ত্তব্য। সাধাৰণতঃ ব্ৰাহ্মণৰ গৰ্ভ ষোল বছৰ ক্ষত্ৰিয়েৰ বাইশ বছৰ আৰ বৈশ্যৰ ছৌবিশ বছৰ পৰ্য্যন্ত উপনয়ন ( লগুণ দিয়া ) সময় অতীত না হয়। যদি উক্ত সময়তো এই তিনি বৰ্ণৰ উপনয়ণ ন হয়, তেন্তে ইহঁত সাধু সমাজত নিন্দনীয় হয় আৰু ইহঁতক ব্ৰাত্য অৰ্থাৎ সাবিত্ৰী পতিত বা সংস্কাৰ ৰহিত বোলে। এই ব্ৰাত্য ব্ৰাহ্মণৰ দ্বাৰাই কেতিয়াও বৈদিক কাম; অধ্যাপণাদি আৰু কন্যা দানাদি কৰিব নে লাগে।

# ষষ্ঠ অধ্যায়।

## উপনয়ণত ব্ৰহ্মচৰ্য্যৰ নিয়ম।

ব্ৰাহ্মণ ব্ৰহ্মচাৰীৰ পিন্ধা কাপোৰ শনৰ আৰু উত্তৰী কৃষ্ণ সাৰৰ ছালৰ; ক্ষত্ৰিয়ৰ কাপোৰ ক্ষৌম বস্ত্ৰ (পাটৰ কাপোৰ। আৰু ৰু ৰু মৃগৰ ছালৰ উত্তৰী আৰু বৈশ্য ব্ৰহ্মচাৰীৰ মেষৰ লোমেৰে সজা কাপোৰ আৰু উত্তৰী ছাগলীৰ ছালৰ। ব্ৰাহ্মণৰ মেখলা নিম্নোন্নত শূন্য, মৃদুস্পৰ্শ ( কোমল ) তিনি ডালি মুঞ্জা তৃণেৰে সাজিব লাগে, ক্ষত্ৰিয়ৰ মুৰ্ব্বাময়ী ধনুকৰ ছিলাৰ নিচিনা হব লাগে। যদি মুঞ্জাদি পোৱা না যায়, তেন্তে উলুবনৰদ্বাৰাই যথাক্রমে ব্ৰাহ্মণাদি তিনো বৰ্ণৰ মেখলা প্ৰস্তুত কৰা উচিত যি তিনিটি মেৰ দি মেখলা পিন্ধিব লাগে তাক কুলাচাৰ গোত্ৰপ্ৰবৰ অনুসাৰে এক তিনি নাইবা পাঁচটি গাঠিৰে বান্ধিব লাগে।

ব্ৰাহ্মণৰ উপবীত কপাহি সুতাৰ, ক্ষত্ৰিয়ৰ শন সূতাৰ আৰ বৈশ্যৰ মেষ সূতাৰে অৰ্থাৎ মেষৰ লোমৰ সজা সূতাৰে প্ৰস্তুত্ কৰিব লাগে। ইতিনি ডালি সূতা ওপৰা উপৰি ভাবে অবলম্বিত থাকিব লাগে।

ব্ৰাহ্মণ ব্ৰহ্মচাৰীৰ দণ্ড বেলৰ নাইবা পলাশৰ, ক্ষত্ৰিয়ৰ বৰ গছৰ নাইবা খয়েৰ কাঠৰ আৰু বৈশ্যৰ পীলু নাইবা ঔডম্বৰুৰ হব লাগে। ব্ৰাহ্মণাদি তিনিও বৰ্ণৰে দণ্ড যথাক্ৰমে কেশ, বুকু আৰু নাকৰ সমান হব লাগে। এনেকুৱা লাকুটি লৈ ব্ৰহ্মচাৰী সকলে সূৰ্য্য উপাসনান্তে তিনি বাৰ অগ্নি প্ৰদক্ষিণ কৰি যথাক্ৰমে ব্ৰাহ্মণে “ভৱতি ভিক্ষাং দেহি” ক্ষত্ৰিয়ে “ভিক্ষাং ভৱতি দেহি” আৰু বৈশ্যে “ভিক্ষাং দেহি ভৱতি” বুলি ভিক্ষাচৰণ কৰিব। যিবোৰ তিৰোতাৰ ঠাইত ভিক্ষা কৰিলে ভিক্ষা নিদি অপমান দিবৰ সম্ভৱ নাই,তেনেকুৱা তিৰোতাৰ ঠাইত অৰ্থাৎ আই, বাই, পেহী এনেকুৱা সম্বন্ধীয়া বিলাকৰ ঠাইত প্ৰথমে ভিক্ষা যাচঞা কৰিব লাগে।

এইৰূপে আবশ্যকীয় খিনি ভিক্ষা কৰি আনি, অকপট চিত্তেৰে সকলো খিনি গুৰুক দিব পিছে আচমন পূৰ্ব্বক আয়ুষ্কামী পূৰ্ব্ব মুখে, যশঃকামী দক্ষিণ মুখে, সম্পদ্‌কামী পশ্চিম মুখে আৰু সত্যকামী উত্তৰ মুখে বহি একান্তমনে ভোজন কৰিব লাগে। ভোজনান্তে আচমন পূৰ্ব্বক পানীৰে মুখৰ ছয়টি ইন্দ্ৰিয় স্পৰ্শ কৰিব। ভোজন সময় নিতৌ বহু সমাদৰে অন্ন গ্ৰহণ কৰিব। কোনো নিন্দা ন কৰিব। অন্ন দেখি সন্তুষ্ট হব। নিতৌ এই ৰূপে ভক্তিৰে সৈতে অন্ন ভোজন কৰিলে শক্তিমান, সুখী আৰু বিদ্যাবন্ত হয়। অশ্ৰদ্ধাৰে ভোজন কৰিলে একো ফল ন হয়; পৰন্তু স্বাস্থ্যহানি হে হয়। অকৌ খাই এৰা অন্ন আনক নিদিব; পুৱা আৰু ৰাতি এই দুবাৰত বাহিৰে আন কোন সময়ে নে খাব। বেচিকৈ নে খাব। বেচি খালে ৰোগ, পৰমায়ু আৰু ধৰ্ম্ম হানি

হয়। লোকে নিন্দা করে, অকৌ স্বৰ্গ প্ৰাপ্তি ন হয়। এতেকে অতি ভোজন পরিত্যাগ করা উচিত।

ব্ৰাহ্মণে সদাই ব্ৰহ্মতীৰ্থ, অশক্ত পক্ষে প্ৰজাপতি বা দৈবতীৰ্থ দ্বারাই আচমন করিব ; কিন্তু পিতৃতীৰ্থেরে কেতিয়া ও আচমন ন করিব। * আচমন সময়ে ব্ৰহ্মাতীৰ্থ দ্বারাই প্ৰথমে তিনি বার পানী খাব লাগে। পিছে ওষ্ঠ আরু মুখ পানী সহিতে বুঢ়া অঙ্গুলির গুরির ঘঁহিব লাগে তার পিছে পানীরে মুখত থকা ইন্দ্ৰিয়চ্ছিদ্ৰ সকল, বক্ষঃস্থল আরু মুরক্রমে স্পৰ্শ করিব লাগে। ধৰ্ম্মিষ্ঠ লোকে নিৰ্জ্জন ঠাইত বহি উষ্ণীকৃত (ঢাকন) আরু ফেন নোহোৱা পানী লৈ ওপরত কোৱা তীৰ্থেরে আচমন করিব। আচমনর পানী ব্ৰাহ্মণর হৃদয় পৰ্যন্ত, ক্ষত্ৰিয়র কণ্ঠ পৰ্য্যান্ত, বৈশ্যৰ জিহ্বা আরু শূদ্ৰব ওষ্ঠর তল পৰ্য্যন্ত স্পৰ্শ করিলে শুচি হয়। *

যজ্ঞ সূত্ৰ বা কাপোর বাম স্কন্ধর পরা দক্ষিণ কক্ষর নিম্ন পৰ্য্যন্ত লম্বমান থকাত, তার মাজেদি দক্ষিণ বাহু নিক্ৰান্ত হলে তাকেই উপবীতী বোলে দক্ষিণ কান্ধর পৰা বাম কক্ষর ( বগলর বা বাহু মুলর ) নিম্ন পৰ্য্যন্ত লম্বিত থাকিলে, যদি তার মাজেরে বাম বাহু নিক্ৰান্ত হয় ; তেন্তে তাকে প্ৰাচীনা বীতী বোলে। যার গলত যজ্ঞ সূত্ৰ মালার নিচিনা ওলমাই রাখে তাকেই নিবীতী বোলে।

মেখলা, চৰ্ম্ম, লাখুটি. উপবীত আরু কমণ্ডলু এই বোর ছিঙ্গিলে পানীত পেলাই মন্ত্ৰোচ্চারণ পূৰ্ব্বক অন্য মেখলাদি লব।

---

* বুঢ়া আঙ্গুলির গুরির তল ভাগক ব্ৰহ্মতীৰ্থ, কিনা আঙ্গুলির মূলক প্ৰজাপতি. সমস্ত আঙ্গুলির আগ ভাগক দৈবতীৰ্থ, তৰ্জ্জনী আরু বুঢ়া আঙ্গুলির মাজ ভাগক পিতৃতীৰ্থ বোলা যায়।

+ এই নিয়ম চারি ও বৰ্ণে সৰ্ব্বতি কালে প্ৰতিপালন করা কৰ্ত্তব্য।

ব্রহ্মচারী যিমান দিন গুরুর ঘরর পরা পিত্রালয়লৈ নাহে, সেই কেই দিন হোম কাঠেরে জুই ধরিব, ভিক্ষা করিব, খাট আদি উচ্চ ঠাইত নুশুব আরু সদায় গুরুর হিতকর কাম করিব।

ব্রাহ্মণর গর্ভ ষোল বছরে, ক্ষত্রিয়র গর্ভ দ্বাবিংশ বছরে আৰু বৈশ্যর চতুর্ব্বিংশ বছরে কেশান্ত নামে সংস্কার করিব লাগে।

স্ত্রীলোকর শরীর শুদ্ধির নিমিত্তে উপনয়নত বাহিরে অন্যান্য সমস্ত সংস্কার যথাকালে যথাক্রমে করা উচিত ; কিন্তু মন্ত্রেরে করিব নে লাগে। বিবাহ সংস্কারেই তিরোতা বোরর বৈদিক উপনয়ন সংস্কার। ইয়ার স্বামী সেবায় গুরু কুলত বাসা আরু গৃহ কামেই পুয়া গধূলির হোম আরু অগ্নি পরিচর্য্যা বুলি জানিব লাগে।

# সপ্তম অধ্যায়।

## গুৰু শিষ্যৰ কর্ত্তব্য কর্ম্ম,জপ মাহাত্ম্য, ইন্দ্রিয় বোৰৰ নাম আৰু দমনৰ উপায়।

গুরুকে শিষ্যক উপনয়ন দি, প্রথমে আদ্যোপান্ত শৌচাচার শিক্ষা দিব। শিষ্যে শাস্ত্রানুসারে আচমন করি, উত্তর মুখে কৃতাঞ্জলিপুটে একান্ত মনে পবিত্র বেশে বহিলে, গুরুরে উপদেশ দিব। শিষ্যে নিতৌ যোয়া অহার সময়ত গুরুর দুই ভরিত দুই হাত লগাই সেবা করিব আরু পঢ়া সময়ত কৃতাঞ্জুলি হৈ গুরুর গুরিতে রহি থাকিব। গুরুরে

শিষ্যক প্ৰথমে "ভো" বুলি সম্বোধন করি পাঠ আৰম্ভ কৰাব ; আৰু এই ঠাইত পাঠ ৰল বুলি অধ্যয়ন শেষ কৰাব। বেদাধ্যয়নৰ আৰম্ভতে আৰু সমাপনতে ব্ৰাহ্মণে দুই হাতে কুশ ধৰি, পবিত্ৰ হৈ সদাই প্ৰণৱ ( তিনিটি শব্দ * ) উচ্চাৰণ কৰিব। ইয়াক নকৰিলে শিক্ষাৰ বহুত ব্যাঘাত জন্মে আৰু নিস্ফল হয়।

বেদ বিহিত যজ্ঞাদিতকৈ জপ্ যজ্ঞ দহ গুণে বেচি, জপ্ যজ্ঞৰ মাজত উপাংশু অৰ্থাৎ আনে নুশুনাকৈ কৰা জপ শগুণে বেচি ; উপাংশুতকৈ আকৌ মানস ( মনেৰে কৰা ) জপ হেজাৰ গুণে বেচি ; ব্ৰাহ্মণে বৈদিক অন্যান্য কাৰ্য্যবোৰ নক ৰিলেও কেবল জপ বলেই সিদ্ধি লাভ কৰিব তাৰ কোনো সংশয় নাই যেনে:—

জপ্যে নৈবতু সংসিধ্যোদ্বাহ্মণো নাত্ৰ সংশয়ঃ।
কুৰ্য্যোদন্যোন্য বা কুৰ্য্যান্মৈত্ৰো ব্ৰাহ্মণ উচ্যতে ॥৮৭॥

( ইতি মনু দ্বিঃ অঃ )

---

* শুদ্ৰাদিয়ে সেই তিনিটি শব্দ উচ্চাৰণ কৰা ভাল নহয়। সেই দেখি লেখা নহল। ব্ৰহ্মা সেই তিনিটী শব্দ তিনি বেদৰ পৰা উদ্ধাৰ কৰিছে। সেই শব্দ তিনটি ব্ৰাহ্মণে উভয় সন্ধ্যাকালে একান্ত মনে উচ্চাৰণ কৰা উচিত। সি ব্ৰহ্ম প্ৰাপ্তিৰ একমাত্ৰ উপায়। তাৰ বহুত গুণ আছে। বৈদিক ক্ৰিয়াদি সমস্ত কালে নাশ হব, কিন্তু সেই প্ৰণবাক্ষৰ অক্ষয় থাকেই। প্ৰজাপতি ব্ৰহ্মা স্বৰূপ। যেনে:—

ক্ষয়ন্তি সৰ্ব্বা বৈদিক্যোজুহেতি যজতি ক্ৰিয়া।
অক্ষৰ গুক্ষৎ জ্ঞেয়ংব্ৰহ্মচৈব, প্ৰজাপতি: ॥ ৮৪ ॥

( ইাত মনু দ্বিঃ অঃ ॥ )

শৰীৰত যি বোৰ ইন্দ্ৰিয় আছে, সেই বোৰেই প্ৰধান ৰূপে পাপ-পুণ্যৰ কৰ্ত্তা। সাৰথিয়ে যেনেকৈ ৰথৰ ঘোৰাক নিৰ্দ্দিষ্ট বাটে পৰিচালন কৰে; আৰু হস্তীয়ে আন পথে যাব খুজিলে যেনেকৈ মাউতে অঙ্কুশেৰে টানি আনি নিৰ্দ্দিষ্ট পথে লৈ যায়, সেই ৰূপে সাধু লোকেও বিষয় সমূহলৈ সদাই আগমন কৰা ইন্দ্ৰিয় বোৰক সৎপথে পৰিচালন কৰে।

পূৰ্ব্বে মুনি সকলে একাদশ ইন্দ্ৰিয়ৰ কথা উল্লেখ কৰি গৈছে। সেই সকল ইন্দ্ৰিয় যথা ;—কৰ্ণ, ত্বক, চক্ষু, জিহ্বা, নাক এই পাঁচটি জ্ঞানেন্দ্ৰিয় আৰু পায়ু (মলদ্বাৰ) উপস্থ ( লিঙ্গ ) হাত, ভৰি, বাক্য এই পাঁচটিক কৰ্ম্মেন্দ্ৰিয় বোলে। মন একাদশ ইন্দ্ৰিয়ই নিজ গুণে উক্ত কৰ্ম্মেন্দ্ৰিয় আৰু জ্ঞানেন্দ্ৰিয় উভয়ৰে আত্মা স্বৰূপ। এই মনক জয় কৰিব পাৰিলে, উপৰত কোৱা দহ ইন্দ্ৰিয়ক অনায়াসে জয় ( দমন ) কৰিব পৰা যায়। মানুহে কেবল ইন্দ্ৰিয় বোৰৰ বিষয় অসক্তিতেই হে মগ্ন হৈ থাকে, ইয়াত কোন সন্দেহ নাই। ইন্দ্ৰিয় বোৰক সংযম ( সৎপথে আনয়ন ) কৰিবলৈ পাৰিলেই সকলো সিদ্ধি লাভ কৰিব পাৰি।

কাম্য বিষয় উপভোগেৰে কেতিয়াও শান্তি নহয়। পৰন্তু ঘৃতাহুতি পৰিলে অগ্নি যেনেকৈ আকৌ বেছিকৈ প্ৰজ্জলিত হৈ উঠে, বিষয় ভোগ-তো তেনেকুৱা আকৌ বেছিকৈহে লোভ বাঢ়ে। মানুহে জ্ঞানালোচনা কৰি, বিষয়ভোগ কৰিবলৈ নিদিয়াকৈ ৰখাৰ চেষ্টা কৰিলেই ইন্দ্ৰিয় বোধ ক্ৰমে ক্ৰমে উপশান্ত হয়।

বেদপাঠ, দান, যজ্ঞ আৰু তপস্যাদি যি বোৰ পুণ্য কাৰ্য্যেই কয়োক, বিষয় লোলুপ দুষ্ট প্ৰকৃতিৰ লোকে কেতিয়াও সিদ্ধি লাভত সমৰ্থ ন হয়। শ্ৰবন, স্পৰ্শন, দৰ্শন ভোজন আৰু আঘ্ৰাণ এই বোৰ অনুকূল হওক বা প্ৰতিকুলেই হওক ( লাভালাভ যিবা নহওক ) একোতে যাৰ হৰ্ষ বা বিষাদ উৎপন্ন ন হয়, তেওঁৱেই জিতেন্দ্ৰিয়।

নৌকা যেনেকৈ বেচি ফাট্ বা বিন্ধা না থাকিলেও কেৱল এটি ফাট্ বা বিন্ধাৰেই পাণী সোমাই জলমগ্ন হয়। তেনেকুৱা ইন্দ্রিয়বোৰৰ মাজতো যদি একেটি ইন্দ্রিয়ও স্খলিত হয়; তেন্তে সেই এটিৰ দ্বাৰাই পৰম জ্ঞান নষ্ট হয়। ইন্দ্রিয় বোৰক নিজবশে ৰাখি, মনক সংযম্ (বন্ধ বা নিয়মাধীন ৰখা) কৰি, আৰু নিয়মিত উপায়ে শৰীৰ নীৰোগে ৰাখি, মানুহে সকলো কর্ত্তব্য কাম সাধন কৰিব।

পুৱাতে স্নান কৰি, সূর্য্য দর্শণ নোহোৱালৈকে এঠাইতে ঠিক দি থাকি, সাবিত্রী জপ কৰিব আৰু গধূলিও নক্ষত্র দর্শণ নো হোৱালৈকে আসনত বহি একান্ত মনে জপ কৰিব; তেনেহলে দিনৰ আৰু ৰাতিৰ কৰা উভয় পাপ নষ্ট হয়। যি ব্রাহ্মণে ইয়াক ন কৰে, সি শূদ্রৰ নিচিনা হৈ সকলো দ্বিজ কর্ম্মৰ পৰা বাহিৰ হয়। শূদ্র সকলোও সেই লেখিয়া ৰাতিপুৱা শুই উঠি, নিয়ম পুর্ব্বক শুচি হৈ, পূব মুখে কঠ্ বা ধাৰাত বহি গুৰু দত্ত নাম জপ্ কৰিব আৰু সেইৰূপে গধূলিও নাম লব, তেনেহলে শূদ্ৰো অহনিশে কৰা পাপ মোচন হয়।

---

# অষ্টম অধ্যায়।

## বিদ্যাদানৰ নিয়ম। সেৱাৰ যোগ্যাযোগ্য ব্রাহ্মণ।

উত্তম বীজ যেনেকুৱা ক্ষাৰযুক্ত মাটিত ৰুব নেলাগে, সেইৰূপে অধর্ম্মী আৰু সেৱা শুশ্রূষাদি নজনা আৰৌ অর্থলাভ নো হোৱা ঠাইত বিদ্যা আৰু জ্ঞান দান কৰা অনুচিত।

যেনে;—ধর্ম্মার্থৌ যত্রন স্যাতাং শুশ্রূষা বাপি তদ্বিধা।
তত্র বিদ্বান ন বক্তব্যা শুভং বীজমিবোষৰে॥ ১১২
(ইতি মনু: ২ঃ অঃ)

বিষ্ণা ব্ৰাহ্মণৰ ঠাইক আহি কয় যে, " মই তোমাৰ নিধি ( বহু সম্পত্তিৰ ভৰাল ) মোক যত্নকৈ ৰখা ; যাৰ শ্ৰদ্ধা নাই আৰু দোষী আদি অপাত্ৰৰ ঠাইত মোক অৰ্পণ নকৰিবা। কিয়নো তেনে লোকক দান কৰিলে মই অতি হীন হৈ থাকিব লগীয়া হয়। যি সদায় শুচি আৰু জীতেন্দ্ৰিয় মোক তাকেই অৰ্পণ কৰিবা "।

সদাচাৰী ব্ৰাহ্মণ যদি শাস্ত্ৰজ্ঞ ন হয়, কেৱল গায়ত্ৰী মাথোন জানে তথাপি তেওঁ মান্য ; কিন্তু তিনি বেদ জনা লোকেও যদি অনাচাৰী হৈ অখাদ্য খায় বা অখাদ্য বিক্ৰয় ইত্যাদি বেয়া কাম কৰে ; তথাপি মাননীয় ন হয়।

বিষ্ণা আৰু বয়সে বেচি লোকে যি শয্যা আৰু আসন ব্যৱহাৰ কৰে, তাত কেতিয়াও বহিব বা শুব নে লাগে। যদি নিজে শয্যাত শুই থকাত, কিম্বা আসনত বহি থকা সময়ত কোনো গুৰু লোক আহে ; তেন্তে ততালিকে তাৰ পৰা উঠি সেৱা কৰিব লাগে। ইয়াৰ কাৰণ এই যে বয়সীয়া, বিদ্বান আৰু মানী বৃদ্ধ, ডেকাৰ গুৰিত উপস্থিত হলে, ডেকাৰ প্ৰাণ উৰ্দ্ধ দিকে যাবলৈ চেষ্টা কৰে ; পিছে থিয় দি গৈ সেৱা ভক্তি কৰাৰ পৰা আকৌ প্ৰাণ লাভ কৰে। সদাই বৃদ্ধক পৰিচৰ্য্যা আৰু সেৱা কৰিলে, ডেকাৰ আয়ু, বিষ্ণা, যশ আৰু বল এই চাৰিটি বৃদ্ধি হয়। সেৱা কৰা সময়ত নিজৰ নাম কৈ চিনাকি দিব লাগে। যি ব্ৰাহ্মণে প্ৰত্যাভিবাদন কৰিবলৈ নে জানে তেওঁক বিদ্বান লোকে সেৱা কৰা অযুগুত।

সমান বয়সীয়া নাইবা কনিষ্ঠ লোকক লগ পালে ব্ৰাহ্মণক কুশল, ক্ষত্ৰিয়ক অনাময়, বৈশ্যক ক্ষম ( সহি থাক ) আৰু শূদ্ৰক আৰোগ্য শব্দ উচ্চাৰণ কৰি মঙ্গল বাতৰি শুধিব। কোনো প্ৰকাৰ ৰক্ত সম্বন্ধ নথকা পৰস্ত্ৰীক " ভৱতী; সুভগে " নাইবা ভনী বুলি সম্বোধন কৰিব লাগে।

মোমাই, খুৰা, জেঠা, শ্বশুৰ, পুৰোহিত নাইবা আন কোনো গুৰু জন বয়সে সৰু হলেও তেওঁ লোক আহিলে গাত্ৰোত্থান পূৰ্ব্বক সেৱা কৰিব। পিতৃ-মাতৃ উভয় পক্ষৰ পেহী আৰু জেঠী, মামী জ্যেষ্ঠ ভ্ৰাতাৰ স্ত্ৰী আৰু শাহু এওঁ লোকক মাতৃ আৰু গুৰু পত্নীৰ নিচিনা ভৰিত ধৰি সেৱা শুশ্ৰূষা কৰিব লাগে। কিয়নো এওঁ লোক এটাই বিলাকে মাতৃ আৰু গুৰু পত্নীৰ তুল্য মান্য।

একে গ্ৰামৰ লোক সকলৰ মাজত দহ বছৰ বয়সৰ কম বেচিত মান্যতাৰ তাৰতম্য নাই। আকৌ গান আৰু ভাওনাৰ দলৰ মাজত পাঁচ বছৰ বয়সৰ কম বেচিত মান্যতাৰ কোনো ইতৰ বিশেষ নাই। স্বজাতিৰ মাজত ধন, সম্বন্ধ, বয়স শাস্ত্ৰমতে প্ৰৱৰ্ত্তন কৰা লোক আৰু বিদ্বান এই পাঁচ জন মান্যৱন্ত। এওঁ লোকৰ মাজত আকৌ যাৰ বেচি গুণ আছে; তেওঁ সবাতকৈ মান্য। আৰু নব্বই বছৰ বয়সীয়া শূদ্ৰও ব্ৰাহ্মনাদিৰ মাননীয়।

চাকা থকা ৰথ শকটাদি, অতিশয় বুঢ়া, ৰোগী অৰ্থাৎ শক্তিহীন, ভাৰী, তিৰোতা, বেদজ্ঞ ব্ৰাহ্মণ, ৰজা আৰু দৰা এই সকলোক যাবলৈ আগে পথ এৰি দিব। যদি এওঁলোকৰ মাজত পৰস্পৰ লগ পাৰপৰা হয়; তেন্তে বেদজ্ঞ ব্ৰাহ্মণ আৰু ৰজা সৰ্ব্বাপেক্ষা মাননীয়। বেদজ্ঞ ব্ৰাহ্মণ আকৌ ৰজাতকৈ বেচি মান্য॥ দহ জন উপাধ্যায়তকৈ সংস্কাৰাদি কৰ্ত্তা আৰু পিতা বেচি আৰু মাতৃ পিতাতকৈ হেজাৰ গুণে বেছি *।

---

* যোনে উপনয়ন দি বিদ্যা আৰু বেদ শাস্ত্ৰ শিকায় তেওঁক আচাৰ্য্য বোলে। যি জনে জীৱিকাৰ নিমিত্তে বেদ পঢ়ায় তেওঁ "উপাধ্যায়," যোনে সমস্ত সংস্কাৰাদি কৰাই অন্নেৰে প্ৰতি পালন কৰে, তেওঁৱেই পিতা আৰু গুৰু।

অবিদ্বান, বেদ জ্ঞান নথকা লোক বুড়া হলেও লৰা, আৰু যি জনা জ্ঞানোপদেশক তেওঁ লৰা হলেও পিতৃ তুল্য পূজনীয়। ই অতি আগৰ পৰাই প্ৰসিদ্ধ আছে। জ্ঞানেই ব্ৰাহ্মণৰ বেচি, বলেই ক্ষত্ৰিয়ৰ, ধন-ধান বেচি হলে বৈশ্যৰ আৰু বয়সৰ বেচ কমেই শূদ্ৰৰ ডাঙৰ হয়। কেৱল কেশ পকিলেই বৃদ্ধ ন হয়, যি জনে ডেকা হইও বিদ্বান, তেওঁকেই বৃদ্ধ বোলে। কাঠেৰে সজা হাতী আৰু ছালেৰে সজা পছু যি ৰকম, বেদ হীন ব্ৰাহ্মণও তেনেকুৱা। এই তিনিও কোনো কামৰ ন হয়।

অতিশয় তাড়নাদি শিষ্যক শিকাব নে লাগে। যি জনে ধৰ্ম্মক আশা কৰি শিকায় তেওঁ শিষ্যক নম্ৰ মাতেৰে মৰমেৰে শিকাব লাগে।

যি কামত বা বাক্যত অপৰৰ অনিষ্ট হয়, তেনেকুৱা ব্যৱহাৰ কৰিব নে লাগে। আকৌ যি কথা কলে মানুহৰ খং জন্মে তেনে কথা উচ্চাৰণ কৰিব নে লাগে। লোকে আনৰ পৰা সন্মান পালে বিষৰ নিচিনা আৰু অপমান পালে অমৃতৰ নিচিনা জ্ঞান কৰিব। কিয়নো অপমান সহ্য কৰিবলৈ ক্ৰমে অভ্যাস হলে, পিচত অপমান পালেও খং মুঠা হয়। তেতিয়া লোকৰ পৰা সুযশ পোৱা যায়, আৰু নিজেও পৰম সুখে শান্তিত দিন কটাই থাকিব পাৰি। পৰন্তু অপমান দাতা লোক সমাজত নিন্দনীয় হয়, আৰু সেই পাপে তাৰ দুইও কাল নষ্ট হয়।

শিক্ষক, শোনিত সম্বন্ধীয় পিতৃব্যাদি, সৎপথ দাতা, হিতোপদেশক, বৃদ্ধ, গুৰুপুত্ৰ, আৰ্য্য ব্ৰাহ্মণ আৰু গুৰুৰ ভ্ৰাতাদি বন্ধু বৰ্গক গুৰুৰ নিচিনা আচৰণ কৰিব লাগে। গুৰু পত্নীৰ গাত তেল লগোৱা, তেওঁক গা ধোওয়া, গা ঘঁহা আৰু চুলি বন্ধাদি কাম কৰি নি দিব। আন কি ডেকা শিষ্যে গা ভৰু গুৰু পত্নীৰ ভৰিত ধৰিয়েই সেৱা ন কৰিব।

এই সংসাৰত মানুহক দুষিত কৰাই তিৰোতা বোৰৰ স্বভাৱ, এই হেঁতুকে জ্ঞানী সকলে তিৰোতা সম্বন্ধে কেতিয়াও প্ৰমত্ত কিম্বা অসাৱধান

ন হয়। সংসাৰত দেহধাৰী মাত্ৰেই সকলোৱে কাম ক্ৰোধৰ বশ. সেই কাৰণে বিদ্বান অবিদ্বান সকলোকে কামিনীয়ে অনায়াসে উন্মাদ কৰিবলৈ সমৰ্থ হয়। আন কি মাতৃ, ভনী, কন্যা প্ৰভৃতিৰ সহিতেও নিৰ্জ্জন ঘৰত বাশ কৰা অবিধি। ইন্দ্ৰিয় বোৰ ইমান বলৱান যে, সিহঁতে জ্ঞানৱান লোকৰও মন আকৰ্ষণ কৰে। সেই কাৰণে গুৰুপত্নী প্ৰভৃতি তিৰোতা বোৰে সহিতে উক্তৰূপ ব্যৱহাৰৰ বিধি আছে।

কোনোৱে কয় ধৰ্ম্ম আৰু অৰ্থেই পৰম শ্ৰেষ্ঠ আৰু কোনোৱে অৰ্থ আৰু কামক, আকৌ কোনোৱেবা কেৱল ধৰ্ম্মকেই সমুদাই ত্ৰিবৰ্গ ( ধৰ্ম্ম, অৰ্থ, কাম—উৎপত্তি, স্থিতি, ধ্বংস—সত্বঃ, ৰজঃ, তমঃ ) সাধনৰ মূল বুলি কয়; কোনোৱেবা অৰ্থকেই ইকালত শ্ৰেষ্ঠ বুলি প্ৰকাশ কৰে; কিন্তু আচলতে ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিওটিৰ সংযোগেহে শ্ৰেষ্ঠতা লাভ কৰিব পাৰি। অকলে হলে কোনোৱেই শ্ৰেষ্ঠ হব নোৱাৰে।

---

# নৱম অধ্যায়।

## পিতৃ-মাতৃ আৰু গুৰু ভক্তি হীনতা গ্ৰহণ।

আচাৰ্য্য পৰমেশ্বৰৰ মূৰ্ত্তি, জন্মদাতা পিতৃ প্ৰজাপতি ব্ৰহ্মাৰ মূৰ্ত্তি, গৰ্ভধাৰিণী মাতৃ সাক্ষাৎ পৃথিবীৰ মূৰ্ত্তি আৰু ভাই ককাই উভয়ে নিজৰ দ্বিতীয় মূৰ্ত্তি। এই কাৰণে আচাৰ্য্য ( গুৰু ), পিতৃ মাতৃ আৰু সহোদৰৰ পৰা অত্যন্ত পীড়িত বা দুঃখিত হলেও, তেওলোকক অপমান দিয়া অনুচিত। সন্তানৰ নিমিত্তে মাক বাপেকে যি দুঃখ সহে, সন্তানৰ হেজাৰ বছৰেও তাৰ ধাৰ পৰিশোধ কৰিবৰ শক্তি নাই। সেই বাবে সন্তানে নিতৌ মাক-বাপেকে আৰু গুৰুৱে ভাল পোৱা কাম কৰি সন্তোষ দিব। এওঁলোক তিনি জন তুষ্ট থাকিলে সকলো তপস্যাৰ ফল পায়। এওঁ

তিনি জনৰ শুশ্ৰূষাকে পণ্ডিত সকলে পৰম তপস্যা বুলি কৈছে। এওঁলোকৰ আদেশ ন হ'লে আন কোনো ধৰ্ম্ম আচৰণ কৰিবৰ নিয়ম নাই। এওঁলোক তিনি জনেই ত্ৰিলোক, তিনি আশ্ৰম, তিনি বেদ আৰু তিনি অগ্নি *। এই তিনি জনেই সংসাৰত গৰিষ্ঠ। যি লোকে এই তিনি জনক সদাই সন্তুষ্ট ৰাখিব পাৰে; তেওঁ তাৰে ত্ৰিলোক জয় কৰি; সশৰীৰে প্ৰকাশিত হৈ দেৱতা সকলৰ নিচিনাকৈ স্বৰ্গত অতিশয় সুখ ভোগ কৰিবগৈ। মাতৃ ভক্তিৰে ভূৰ্লোক, পিতৃ ভক্তিৰে স্বৰ্গলোক আৰু গুৰু ভক্তিৰে ব্ৰহ্মলোক লাভ কৰা যায়। যি জনে এই তিনি জনক আদৰ কৰে, তাৰ ধৰ্ম্মক আদৰ কৰা হয়। আৰু যি লোকে এই তিনি জনক অনাদৰ কৰে, তাৰ ধৰ্ম্ম কৰ্ম্ম সকলো বৃথা। যিমান দিন এওঁলোক জীয়াই থাকে, তিমান দিন লৈকে স্বতন্ত্ৰভাৱে কোনো ধৰ্ম্ম কৰ্ম্ম কৰিবৰ নিয়ম নাই; কিন্তু প্ৰতিদিনে এওঁলোকৰ হলে প্ৰিয় কাৰ্য্য সাধন আৰু সেৱা শুশ্ৰূষা কৰিব লাগিব। এওঁলোক সেৱাদিৰ অবিৰোধে পৰলোক কামনাৰে কায়-মন-বাক্যেৰে যি অলপ ধৰ্ম্মকৰ্ম্মৰ অনুষ্ঠান্ কৰিব; সেই এটাইকে তেওঁলোকক নিবেদন কৰিব।

তিনো জনক উল্লিখিত মতে শুশ্ৰূষা কৰিলে পুৰুষৰ ইতি কৰ্ত্তব্যতা (ইহ কালত কৰিব লগা কাম) শেষ হয়। এইয়েই সাক্ষাৎ পৰম ধৰ্ম্ম। তদ্ভিন্ন যজ্ঞাদি অন্যান্য যি কিছু ধৰ্ম্ম আছে, সেই এটাইকে উপধৰ্ম্ম বোলে। সামান্য লোকৰ ঠাইতো শ্ৰদ্ধা কৰি শ্ৰেষ্ঠ বিদ্যা শিকিব; অতি অন্ত্যজ অৰ্থাৎ চাণ্ডালাদিৰ পৰাও পৰম ধৰ্ম্ম লাভ কৰিব; লৰাৰ পৰাও ভাল কথা গ্ৰহণ কৰিব; আৰু কুস্থানৰ পৰাও সুবৰ্ণাদি ৰত্নতুলি লব লাগে। স্ত্ৰী, ৰত্ন, বিদ্যা, ধৰ্ম্ম, পবিত্ৰতা, হিতোপদেশ আৰু শিল্প বিদ্যা সকলোৰে পৰা সকলোৱে লাভ বা শিক্ষা কৰিব পাৰে।

* বোপাক গাৰ্হপত্যং মাক দক্ষিণাগ্নি আৰু গুৰু আবহনীয় অগ্নি।

# দশম অধ্যায়।

## বিবাহ আৰু বিবাহ যোগ্যাযোগ্য।

সংসাৰিক অৰ্থাৎ গৃহাশ্ৰমী লোক সকলে বিয়া কৰিব লাগে। সকলো লোকে লক্ষণান্বিতা সবৰ্ণা তিৰোতা বিয়া কৰিব। যি তিৰোতা মাতৃৰ অসপিণ্ডা অৰ্থাৎ সপ্তম পুৰুষ পৰ্য্যন্ত স্বগোত্ৰা বা স্বপিণ্ডা ন হয় অৰ্থাৎ পিতৃ পক্ষৰ শ্ৰাদ্ধ সম্বন্ধীয় সন্ততিৰ পৰা উদ্ভৱ ন হয়; তেনেকুৱা তিৰোতাই বিবাহ পূৰ্ব্বক সহবাসৰ উপযুক্ত হয়। অতিশয় ধনী আৰু মানি হলেও নিম্ন লিখিত দহ কুলৰ কন্যা বিয়া ন কৰিব যেনে; হীন ক্ৰিয়া অৰ্থাৎ জাত কৰ্ম্মাদি সংস্কাৰ ৰহিত; নিস্পুৰুষ অৰ্থাৎ যি কুলে পুৰুষ নজন্মে, কেৱল কন্যা মাত্ৰ জন্মি থাকে, নিশ্চন্দ অৰ্থাৎ বেদাধ্যয়ন ৰহিত, ৰোমশ অৰ্থাৎ বহুত লোম যুক্ত, গ্ৰহণী ৰাজযক্ষ্মা (খেহ) অপস্মাৰ (শুকাই যোৱা বা মৃগী ৰোগ) (শ্বেত ধল ও লোৱা) কুষ্ঠ ৰোগ (মহাৰোগ) আক্ৰান্ত; এই দহ কুলে কেতিয়াও বিয়া ন কৰিব।

যি তিৰোতাৰ কেশ পিঙ্গল (অলপ ৰঙ্গাৰে মিহলি মুগা বৰণ) নাইবা ৰঙ্গা, যাৰ ছয় আঙ্গুলি প্ৰভৃতি বেছি অঙ্গ থাকে, যিজনী চিৰ ৰোগিনী; যাৰ গাত লোম নাই, নাইবা বেচি লোম আছে, যি জনী অতিশয় কথকী আকৌ যি জনীৰ চকু পিঙ্গল বৰ্ণ, এনেকুৱা কন্যাক বিবাহ কৰিবৰ বিধি নাই। নক্ষত্ৰ, গছ, নদী, ম্লেচ্ছ, পৰ্ব্বত, চৰাই, সৰ্প, আৰু সেৱা বোধক যি ছোৱালীৰ নাম তাক, আকৌ যাৰ নাম অতি ভয়ানক তাইকো বিয়া কৰিব নে লাগে। যি ছোৱালীৰ কোনো অঙ্গবিকৃতি নাই, যাৰ নাম সুখেৰে উচ্চাৰণ কৰিব পাৰি; যি জনীয়ে

ছংস কিম্বা চাতিৰ নিচনা খোজ কাঢ়ে যাৰ লোম্ কেশ আৰু দাঁত সমান আৰু চুটি ন হয় ; এনেকুৱা কোমলাঙ্গী ছোৱালীক বিয়া কৰিব লাগে। যি ছোৱালীৰ ভায়েক নাই, নাইবা যাৰ বাপেকৰ ঠিক নাই, জ্ঞানি মানুহে সেই ছোৱালিক জহৰা আৰু মদ খোবা লোকৰ পৰা জন্মা আশঙ্কা কৰি বিয়া ন কৰিব।

কলিত অর্থাৎ বর্ত্তমান সময়ে চাৰিও জাতিৰে সবর্ণা ছোৱালী মাথোন বিয়া কৰা নিয়ম আছে।* যদি উত্তমে হীন জাতীয়া তিৰোতাক বিয়া কৰে ; তেন্তে তাহঁাতৰ পুত্র পৌত্রাদি সহিতে বংশানুক্রমে পতিত হয়। শূদ্রা গমন কৰিলে ব্রাহ্মণৰ অধোগতি হয়, আকৌ সেই শূদ্রাৰ গর্ভে পুত্র জন্মালে ব্রাহ্মণৰ ব্রহ্মত্ব নে থাকে যেনে—

শূদ্রাং শয়ন মারোপ্য ব্রাহ্মণোযাত্যধোগতিম্।
জনয়িত্বা সুতং তস্যাং ব্রাহ্মণ্যা দেৱহীয়তে ॥১৭॥

( ইতি মনুঃ তৃঃ অং )

যি ব্রাহ্মণৰ দেৱ পিতৃ আৰু অতিথিৰ কার্য্যে শূদ্রা প্রধান অর্থাৎ গৃহিণীৰ নিচিনা হৈ উক্ত কামাত যোগ দিয়ে, তাৰ সেই হব্যকব্য দেৱতা আৰু পিতৃ লোকে গ্রহণ নকৰে ; আৰু সেই গৃহী ব্রাহ্মণ সেই অতিথি সেবাৰ দ্বাৰাই স্বর্গ লাভ কৰিবলৈ নোৱাৰে। শূদ্রাক চুমা খোৱা শূদ্রাৰ বিশ্বাসী হোৱা আৰু সূদ্রাৰ গর্ভে সন্তান জন্মোৱা ব্রাহ্মণৰ কোনো প্রকাৰ নিষ্কৃতি নাই! যেনে—

* পূর্ব্ব পূর্ব্ব তিনি যুগত ব্রাহ্মণাদি বর্ণ সকলে অসবর্ণা কন্যাও বিয়া কৰিছিল ; কিন্তু বর্ত্তমান কলি যুগত সেই নিয়ম ৰহিত হৈছে। সেই দেখি এই পুথিত অসবর্ণা বিবাহৰ নিয়ম প্রণালী বোৰ মিছা মিছি লেখি, পুথিৰ কলেবৰ বৃদ্ধি কৰা নগল।

বৃষলী কেন পীতস্য নিশ্বাসো পহতস্য চ।
তস্যাঞ্চৈব প্ৰসূতস্য নিষ্কৃতিণ বিধিয়তে ॥ ১৯

( ইতি মনুঃ তৃঃ অঃ )

চাৰিও বৰ্ণৰ ইহ আৰু পৰকাল হিতাহিত জনক স্ত্ৰীলভাৰ উপায় স্বৰূপ আঠ প্ৰকাৰ বিবাহ আছে। যেনে ব্ৰাহ্ম দৈব, আৰ্য্য, প্ৰাজাপত্য, অসুৰ গান্ধৰ্ব্ব, ৰাক্ষস আৰু পৈশাচ্। এই আঠ প্ৰকাৰ বিবাহৰ যি যি বৰ্ণৰ যি যি বিবাহ উপযুক্ত আৰু যি বিবাহে যি গুণ দোষ জন্মে, আকৌ বিবাহোৎপন্ন সন্তানৰ পৰা যি বোৰ গুণাগুণ উৎপন্ন হয়, এই সকল কোৱা যাওক।

প্ৰথম ছয়টি বিবাহ অৰ্থাৎ ব্ৰাহ্ম, দৈব, আৰ্ষ, প্ৰজাপাত্য, অসুৰ গান্ধৰ্ব্ব এই কেইটি ব্ৰাহ্মণৰ পক্ষে বিহিত. শেষৰ পৰা চাৰিটি অৰ্থাৎ অসুৰ, গান্ধৰ্ব্ব, ৰাক্ষস আৰু পিশাচ এই কেইটি ক্ষত্ৰিয়ৰ পক্ষে অবিহিত ন হয়। বৈশ্য আৰু শূদ্ৰৰ পক্ষে অসুৰ, গন্ধৰ্ব্ব আৰু পিশাচ এই তিনিটা বিহিত বুলি জানিবা।

এটাই কেইটি বিবাহৰ ভিতৰত পিশাচ আৰু অসুৰ এই দুটা অধৰ্ম্ম জনক। এই দুটি বিবাহ কৰা কেতিয়াও উচিত ন হয়। কেতিয়াবা কেতিয়াবা মিশ্ৰ বিবাহো হয় যেনে অৰ্জ্জুন আৰু সুভদ্ৰাৰ বিবাহ। এইটি বিবাহ গন্ধৰ্ব্ব আৰু ৰাক্ষস উভয় সংযোগে হৈছিল।

ছোৱালীক সবিশেষ বস্ত্ৰালঙ্কাৰে শোভিত আৰু সন্মানীত কৰি বিদ্বান, সদাচাৰী যুক্ত দৰাক স্বয়ং নিমন্ত্ৰণ কৰি নি. বিয়া দিয়াকে ব্ৰাহ্ম বিবাহ বোলে। বেদাদিক মন্তে যজ্ঞ আৰম্ভ হলে সেই যজ্ঞত পুৰোহিতক অলঙ্কৃত্ ( ভূষিত বা শোভিত ) কৰাই কন্যাদান কৰাকে দৈব বিবাহ বোলে। যজ্ঞাদিৰ আৱশ্যক বুলি দৰাৰ পৰা যি এহাল কি দুহাল ছাগোৰা গৰু কিম্বা তদ্‌মূল্য লৈ বিধিৱতে কন্যাদান কৰিলে

আৰ্ষ বিবাহ বোলে “ তোমালোক দুই ও জনে গৃহস্থী ধৰ্ম্মাচৰণ কৰিবা” এই অনুবোধ কৰি, বিধিমতে অলঙ্কাৰাদি সহিতে উচৰ্গা কৰি দৰাক যি কন্যা দান কৰা যায় সি প্ৰজাপত্য বিবাহ। অশাস্ত্ৰ মতে স্বইচ্ছায় কন্যাৰ পিত্ৰাদিক আৰু কন্যাক ধন দি যি কন্যা গ্ৰহণ কৰা হয়, তাকে আসুৰিক বিবাহ বোলে। দৰা-কন্যা উভয়ে পৰস্পৰ প্ৰথমে মৈথুনেচ্ছায় মিল হৈ, পিছে হোমাদিৰ দ্বাৰাই বিবাহ সিদ্ধ কৰাক গান্ধৰ্ব্য; কন্যা পক্ষৰ মানুহ বোৰক মাৰি কাটি, তাহাঁতৰ ঘৰ দুৱাৰ ভাঙ্গি কন্দা কটা কৰাই, কন্যাক বলেৰে ধৰি আনি বিয়া কৰাকে ৰাক্ষস বিবাহ বোলে। টোপনি যোৱা, মদ্‌খাই অস্থিৰ বা বলিয়া হোৱা তিৰোতাক নিৰ্জ্জন ঠাইত গমন কৰাকে পৈশাচিক বিবাহ বোলে। এই আঠ বিধ বিবাহৰ মাজত এই পিচাশ বিয়া অতিশয় পাপ জনক আৰু অধৰ্ম্ম।

হস্তোদক দান পূৰ্ব্বক কন্যা দান কৰাই ব্ৰাহ্মণৰ পক্ষে উত্তম। ক্ষত্ৰিয়াদি আন তিনি বৰ্ণৰ পৰস্পৰ ইচ্ছানুসাৰে অৰ্থাৎ কেবল কথাতেও কন্যা দান সিদ্ধ হয়।

অনিন্দিতা স্ত্ৰী বিয়া কৰিলে অনিন্দিত সন্তান জন্মে। আৰু নিন্দিত বিবাহত মানুহৰ নিন্দিত সন্তান জন্ম হবে। এই হেঁতুকে পৰা পক্ষে নিন্দিত বিবাহ পৰিত্যাগ কৰিব লাগে।

# একাদশ অধ্যায়।

## স্ত্ৰীসহবাস, পুত্ৰোৎপাদন, কন্যাদান আৰু স্ত্ৰীৰক্ষা।

ঋতুকালে অবশ্যই স্ত্ৰীগমন কৰিব। কেতিয়াও ঋতুকাল উলঙ্ঘন কৰিব নে লাগে। ঋতু কালৰ বাহিৰে অন্য সময়েও ভাৰ্য্যাৰ তৃপ্ত্যৰ্থে ৰতি ইচ্ছা কৰা স্ত্ৰী-সহবাস কৰিব পাৰে; কিন্তু কি ঋতু কালে, কি অন্য সময়ে চতুৰ্দ্দশী, অষ্টমী অমাবস্যা, পুৰ্ণিমা, সংক্ৰান্তি আদি পৰ্ব্বদিন

বৰ্জন কৰিব লাগে। স্ত্রীলোকৰ প্রথমৰ পৰা যোল্ল ৰাতি ঋতুকাল জানিবা। তাৰ ভিতৰত প্রথম চাৰি ৰাতি আৰু একাদশ আৰু ত্রোয়োদশ এই ছয় ৰাতি স্ত্রী গমন নিষিদ্ধ। বাকী দহ ৰাতি স্ত্রী গমন প্রশস্ত। এই দহ ৰাতিৰ ভিতৰত ছয়, আট, দহ প্রভৃতি যুগ্ম ৰাতি স্ত্রীগমন কৰিলে যদি গৰ্ভ হয়; তেন্তে সেই গৰ্ভত পুত্র জন্মে। যেনে;—যুগ্মাসু পুত্রাঃ জনয়তে স্ত্রীয়োঃ হ যুগ্মাসু ৰাত্রিষু। আৰু পাঁচ, সাত প্রভৃতি অযুগ্ম নিশাত স্ত্রীগমম কৰিলে যদি গৰ্ভ হয়; তেন্তে সেই গৰ্ভত ছোৱালী জন্মে। এই কাৰণে পুত্র কামনা কৰা লোকে ঋতু কালে যুগ্ম নিশাহে স্ত্রীগমন কৰা উচিত। অযুগ্ম নিশা হলেও পুৰুষৰ বীৰ্য্যাধিক্য হেঁতুকে পুত্র ও পজে। যেনে;—পুং বীৰ্য্যাধিকে পুংসাং স্ত্রীং ৰক্তত্যধিকে স্ত্রীয়াং। সেই দৰে যুগ্ম নিশাতো স্ত্রীৰ বীৰ্য্যাধিক্য গতিকে ছোৱালী সন্তান হয়। উভয়ৰ বীৰ্য্য সমান হলে ক্লীবঁ কিম্বা জমজ পুত্র-কন্যা হয়। আকৌ যদি উভয়ৰ বীৰ্য্য অসাৰ নাইবা অলপ হয় অৰ্থাৎ সন্তানোৎপাদনৰ নিমিত্তে যিমান বীৰ্য্যৰ আবশ্যক তিমান জোথাৰে ন হয়, তেনে হলে গৰ্ভ ন হয়।

যি লোকে ওপৰত কোৱা নিন্দিত ছয় নিশা আৰু আনিন্দিত, দহ নিশাৰ যি কোনো আঠ নিশা এই চৌদ্দ নিশাত স্ত্রীসংসৰ্গ পৰিত্যাগ কৰি, আৰু অমাবস্যাদি পৰ্ব্বদিন বৰ্জিত ক্রমে অবশিষ্ট দুই ৰাতি মাথোন স্ত্রী গমন কৰে, তেও যি আশ্রমীয়েই হওক ব্রহ্মচাৰী হৈয়েই থাকে।

বাপেকে কন্যা দানৰ নিমিত্তে অলপো ধন লব নেলাগে। কিয়নো ধন ললে সন্তান বিক্রয় কৰা হয়। সন্তান বিক্রয় কৰিলে গৰু মৰাৰ তুল্য পাপ হয়। বাপেক মোমায়েক আদি কন্যাৰ গৰাকী সকলে যদি কন্যা কিম্বা ভগিনীৰ টকা নাইবা দাসী, ঘোৰা গাড়ী, বস্ত্রাদি উপভোগ কৰে; সেতেন্তে সেই পাপীৰ অধোগতি লাভ হয়। বৰৰ পক্ষৰ ।স্তাক ইচ্ছা কৰি

যি ধন দান কৰে তাক পিত্ৰাদিয়ে নেৰাখি, যদি কন্যাক দিয়ে, তে নে হলে তাক বিক্ৰয় নোবোলে।

স্ত্ৰী লোকক যত্নেৰে ভোজনাদি প্ৰদান আৰু অলঙ্কাৰাদিৰে সদাই সুৱনি কৰি আৰু সুখেৰে ৰখা বাপেক; ভায়েক; পতি আৰু দেবৰ সকলৰ কৰ্ত্তব্য কৰ্ম্ম। যি বংশৰ নাৰী সকলৰ উপযুক্ত সমাদৰ আছে; সেই বংশৰ প্ৰতি দেৱতা সকল প্ৰসন্ন থাকে। আকৌ যি বংশত তিৰো তাৰ আদৰ নাই; সেই বংশৰ যাগাদি ক্ৰিয়া কৰ্ম্ম সকলো বৃথা হৈ যায়। যি বংশৰ স্ত্ৰী সকল সদায় দুঃখিত থাকে; সেই কুল শীঘ্ৰে বিনাশ হয়। যি ঘৰত তিৰোতা বোৰৰ কোনো দুঃখ নাই' সেই পৰিবাৰৰ সদাই শ্ৰীবৃদ্ধি হয়। তিৰোতা বোৰ দুঃখেৰে মনোকষ্টে থাকি যি গৃহস্থক অভিশাপ দিয়ে; সেই কুল বিনাশ প্ৰাপ্ত হয়। এতেকে যি লোকে শ্ৰীবৃদ্ধিৰ কামনা কৰে ; সদাই সাধ্যানু সাৰে ভাত কাপোৰ আৰু অলঙ্কাৰাদিৰে তিৰোতা বিলাকক আদৰ কৰা তেওঁলোকেৰ কৰ্ত্তব্য যি পৰিবাৰ স্বামী ভাৰ্য্যা উভয়ে পৰস্পৰে পৰস্পৰৰ প্ৰতি সদাই সন্তুষ্ট থাকে, নিশ্চয় সেই কুলত লক্ষ্মী অবস্থিতি কৰে। বস্ত্ৰালঙ্কাৰেৰ সুৱনী নহলে স্ত্ৰীয়ে স্বামীৰ প্ৰমোদ জন্মাবলৈ নোবাৰে। যদি স্ত্ৰীয়ে অলঙ্কাৰাদিৰে মনোহৰ ভাবে শোভিতা হৈ থাকে; তেনেহলে সদাই ঘৰথন সুবনী হৈ থাকে। আকৌ যদি স্ত্ৰী শোভিতা ন হয় ; সমুদায় ঘৰ অসুৱনী যেন দেখি।

কু বিবাহ ; শ্ৰাদ্ধাদি ক্ৰিয়াকৰ্ম্ম লোপ: বেদ শাস্ত্ৰৰ অধ্যয়ন ৰহিত আৰু ব্ৰাহ্মণক অনাদৰ কৰা আদি কাৰণে অতি শ্ৰেষ্ঠ কুলও ক্ৰমে নিকৃষ্ট হৈ যায়।

ব্ৰাহ্মণে কাপোৰ বোৱা আদি শিল্পকাম ; টকা ধাৰ দি সুত গ্ৰহণ ; শূদ্ৰাৰ গৰ্ভে সন্তানোৎপাদন, গৰু' যোৰা ; শকটাদি কিনা বিকা' কৃষি ; ৰাজসেৱা অজাতি যাজক ; শ্ৰুতি আৰু বেদ ৰহিত কাম কৰাৰ পৰা শীঘ্ৰ কুল হীন হৈ যায়।

# দ্বাদশ অধ্যায় '

## পঞ্চ মহা যজ্ঞ অৰু অতিথি সেৱা ।

গৃহস্থী লোকে বিধিৱতে অষ্টকাদি গৃহকৰ্ম্ম সম্পন্ন ক'ৰিব; পঞ্চ মহা যজ্ঞৰ অনুষ্ঠান আৰু আহ্নিক পাঁচ ক্রিয়া সম্পাদন কৰিব । গৃহস্থৰ পাঁচটি প্রানীবধস্থান আছে, যেনে; জুইশাল যাত বা শিল; বাঢ়নি; উৰাল আৰু পানী ৰখা কলহ । এই পাঁচটিৰ দ্বাৰাই প্রানী হিংসা হয় ।এই কেইটি গৃহ প্রয়োজনীয় কামৰ; যি পাপ জন্মে; সেই পাপ বোৰৰ পৰা ৰক্ষা পাবৰ কাৰণে মহৰ্ষি সকলে গৃহস্থৰ পক্ষে নিত্যৌ পঞ্চমহা যজ্ঞৰ বিধান কৰিছে।

অধ্যয়ন; অধ্যাপনৰ (পঢ়া আৰু পঢ়োৱা ) নাম ব্রহ্মযজ্ঞ; পানী আৰু অন্নাদিৰে পিতৃ লোকৰ তৰ্পণ কৰাৰ নাম পিতৃযজ্ঞ; হোমৰ নাম দৈবযজ্ঞ' পশু চৰাই প্রভৃতিক অন্নাদি প্রদানৰ নাম ভূতযজ্ঞ ; আৰু অতিথি সেৱাক মনুষ্যযজ্ঞ বোলে *। শক্তি থকাতে যি গৃহস্থ উক্ত পঞ্চ মহাযজ্ঞ এদিনো পৰিত্যাগ নকৰে; তেওঁ গৃহস্থ ধৰ্ম্মে থাকিও উক্ত পঞ্চমহা পাপত লিপ্ত ন-হয় । আৰু যি লোকে এই পাঁচ যজ্ঞ নকৰে; তাৰ নিশ্বাস প্রশ্বাসাদি থাকিলেও সি মৃত্যু তুল্য ।

দৰিদ্র লোকে যদিও অতিথি সেৱা প্রভৃতি কাৰ্য্য কৰিবলৈ অশক্ত হয়; তথাপি বেদাধ্যয়নে আৰু হোম কামত সদাই নিযুক্ত থাকিব; আৰু ফল জল দ্বাৰাইও পিত্রাদি উদ্দেশে যথা যোগ্য মতে শ্রাদ্ধ কৰিব ।

যেনে কুৱা প্রাণ বায়ুক আশ্রয় কৰি, সমুদাই প্রাণী জীবিত আছে ; সেই ৰূপে গৃহস্থক আশ্রয় কৰি অন্যান্য আশ্রমী সকলে প্রানধৰিআছে*ন এই কাৰণে গৃহবাস ধৰ্ম্ম আন সকলো ধৰ্ম্ম তকৈ শ্রেষ্ঠ। যি লোকে পৰ-কালে স্বৰ্গ কামনা আৰু ইহ কালত সুখভোগ কৰিবলৈ ইচ্ছা কৰে, তেওঁ

অতি যত্নেৰে গৃহস্থ ধৰ্ম্ম প্ৰতিপালন কৰিব লাগে। দুৰ্ব্বলেন্দ্ৰিয় লোকে ইন্দ্ৰিয় বোৰক নিয়মে নেৰাখিলে এই পবিত্ৰ গৃহবাস ধৰ্ম্ম প্ৰতিপালন কৰা কঠিন।

ঋষি সকল, পিতৃ সকল, দেৱতা সকল, এওঁলোক এটাইয়ে গৃহস্থ লোকক আশা কৰি থাকে। এতেকে এওঁলোকৰ প্ৰতি একান্ত মনে কৰ্ত্তব্য কৰ্ম্ম বোৰ পালন কৰাই গৃহস্থৰ উচিত কৰ্ম্ম। অন্যান্য ধৰ্ম্মতকৈ গৃহস্থৰ পক্ষে অতিথি সেবাই প্ৰধান ধৰ্ম্ম। যেনে ;—

ন বৈ স্বয়ং তদশ্নীয়াদ তিথি অন্ন ভজয়েৎ।
ধনং যশস্যামায়ুষং স্বৰ্গ্যঞ্চাতিথি পূজলম্ ॥

( ইতি মনুঃ তৃঃ অঃ ১০৬ ॥ )

অতিথি প্ৰসন্ন কৰাৰ বলেৰেই গৃহী লোকে ধন, যশ, আয়ুঃ আৰু স্বৰ্গ লাভ কৰে। নকলো অতিথিকে সমান ব্যৱহাৰ কৰা অনুচিত। অৱস্থা নুযায়ী অতিথিক তাৰতম্য কৰিব। অৰ্থাৎ উত্তম অতিথিক উত্তম ৰূপে, হীনক হীন ৰূপে আৰু সমানক সমভাবে ব্যৱহাৰ আৰু শুশ্ৰূষা কৰিব লাগে। ব্ৰাহ্মণে তলৰ তিনি বৰ্ণৰ লোকৰ অতিথি গণ্য ন কৰিব। তথাপি অভ্যাগত হলে দয়া কৰি খাব শুব দিয়া উচিত। বন্ধু জ্ঞাতি আৰু গুৰু এওঁ লোকেও অতিথি গণ্য ন হয়। লোক অভ্যাগত হলে, যথাসাধ্য শুশ্ৰূষা কৰা স্বাভাবিক ধৰ্ম্ম। অতিথিক নদিয়াকৈ গৃহস্থ লোকে আগে খোবা অনুচিত, কিন্তু নেতুনকৈ বিয়া কৰি অনা স্ত্ৰী, বোৱাৰী বা দুহিতা, লৰা, ৰোগী আৰু গৰ্ভবতী বোৰক অতিথিৰ আগে খুওবাত কোনো দোষ নাই। যেনে ;—

সুবাসিণীঃ কমাৰাংশ্চ ৰগিনো গৰ্ভিণীস্তথা।
অতিথিভ্যোঽগ্ৰ এবৈতান ভোজয়েদ বিচাৰয়ণ ॥

ইতি মনু তৃঃ অঃ ১১৪ ॥ )

যি লোকে অতিথি আৰু উল্লিখিত সুবাসিনী আদিক নু খুওৱাকৈ আগয়ে নিজে ভোজন কৰে, সি মৰিলে তাৰ দেহ শিয়াল-কুকুৰে খায়। এতেকে গৃহস্তই সৰ্ব্ব শেষে ভোজন কৰিব। যি লোকে কেবল নিজৰ উদ্দেশে অন্ন ৰান্ধে সি সেই অন্ন পাপ ভোজন কৰে। যেনেং ;—

ভুঞ্জতে তেত্বঘং পাপাঃ যে পচ্যন্ত্যাত্ম কাৰণাৎ ॥

( ইতি গীতা ৩য় অধ্যায় )

অতিথি ঘৰক আহিলে, সমাদৰে আহ্বান কৰি বিনয় মাতেৰে মাতি, যথা সাধ্য শুশ্ৰূষা কৰি, সন্তোষ দিব। যদি তাকে নকৰি অতিথিক বেজাৰ দি ও ভতায় ; তেন্তে সেই অতিথিয়ে গৃহস্থৰ সমস্ত পুণ্য গ্ৰহণ কৰি, তাৰ সমস্ত পাপ গৃহস্থক দি যায়। যেনেং ;—

অতিথির্যস্য ভগ্নাশৌ গৃহাৎ প্ৰতি নিবৰ্ত্ততে।
সতস্মৈ দুষ্কৃতং দত্যা পুণ্যমাদায় গচ্ছতি ॥

---

# ত্ৰয়োদশ অধ্যায়।

## শ্ৰাদ্ধ কালে ব্ৰাহ্মণ শুশ্ৰূষা আৰু যোগ্যাযোগ্য বিচাৰ।

পিতৃ লোকৰ মাহ আৰু বছৰৰ মুৰতযিশ্ৰাদ্ধ কৰাৰ নিয়ম আছে, তাক নিৰামিষ হৈ যত্ন পূৰ্ব্বক সম্পাদন কৰিবলৈ লাগে।

দেৱ কাৰ্য্যে দুই আৰু পিতৃ কামে তিন জন কিম্বা অপাৰ্থক পক্ষে উভয় কাৰ্য্যে এক এক জন ব্ৰাহ্মণ ভোজন কৰা বলৈ লাগে। ধনী লোক

হলেও ইয়াতকৈ বেচি ব্ৰাহ্মণ ভোজন কৰোৱা উচিত নহয়। কিয়নো ব্ৰাহ্মণ বেচি হলে তোঁও লোকৰ সেৱা শুশ্ৰূষা আৰু যোগ্যাযোগ্য বিচাৰ কৰাৰ নিয়ম নেথাকে ; এই হেঁতুকে কাৰ্য্যে ব্ৰাহ্মণ বেচি কৰা অনুচিত।

মাহিলি শ্ৰাদ্ধ প্ৰতি অমাৱস্যায় আৰু বছৰেকীয়া শ্ৰাদ্ধ মৃত্যু মাহ তিথি মিলাত কৰিলে, পিতৃলোকৰ উপকাৰ হয়। যি লোকে এই পিতৃ কাৰ্য্য যথা সময়ে নিয়মিত ৰূপে কৰি থাকে, তেঁওৰ ধন ধান্যাদি সম্পদ লাভ হয়।

পূজ্যত্তম বেদাধ্যায়ী ব্ৰাহ্মণক দেৱ পিতৃ সম্বন্ধীয় হব্যকব্যাদি অন্নবোৰ প্ৰদান কৰা দাতা সকলৰ কৰ্ত্তব্য। তেনেকুৱা ব্ৰাহ্মণক দান কৰিলে মহা ফল জন্মে।

দেৱ-পিতৃ কাৰ্য্যে এটি বেদজ্ঞ ব্ৰাহ্মণক ভোজন কৰালেই সম্পূৰ্ণ ফল লাভ হব। বেদ ন জনা এক লক্ষ ব্ৰাহ্মণক ভোজন কৰালেও একো ফল ন হব।

যি ব্ৰাহ্মণৰ উপৰী পুৰুষ সকল বেদজ্ঞ আছিল, তেনেকুৱা ব্ৰাহ্মণ বিচাৰ কৰি লোৱা উচিত। তেনে ব্ৰাহ্মণক দান কৰিলে, অতিথি সেৱাৰ নিচিনা মহা ফল পোৱা·যায়॥

শোণিত লগা হাত যেনে শোণিতেৰে ধুলে কেতিয়াও নিকা নহয়, তেনেকুৱা মূৰ্খ জ্ঞানহীন পাপী ব্ৰাহ্মণ লোকক ভোজন কৰালেও পাপীৰ পাপ দূৰ নহয়। এতেকে অতিশয় জ্ঞানী বেদজ্ঞ ব্ৰাহ্মণকেই হব্য কব্য প্ৰদান কৰা উচিত।

শ্ৰাদ্ধৰ কাৰ্য্যত শত্ৰু-মিত্ৰ উভয় ব্ৰাহ্মণকে নিমন্ত্ৰ কৰা উচিত নহয়। শত্ৰু ও ন হয় মিত্ৰ ও ন হয় তেনেকুৱা ব্ৰাহ্মণক শ্ৰাদ্ধত ভোজন কৰোৱা কৰ্ত্তব্য। যাৰ শ্ৰাদ্ধাদিত কেৱল মিত্ৰ সকলে মাথোন ভোজন কৰে তাৰে

সেই কামত একো ফল নাই। আৰু সি কেতিয়াও স্বৰ্গ লাভৰ অধিকাৰী নহয়। যেনে ;—

যঃ সঙ্গতানি কুৰুতে মহা শ্ৰাদ্ধেন মানবঃ।
স স্বৰ্গচ্চ্যবতে লোকাচ্ছ্ৰাদ্ধামিত্ৰো দ্বিজাধমঃ॥

( ইতি মনুঃ তৃঃ অঃ ১৪০॥ )

ব্ৰাহ্মণক নিয়ম পূৰ্ব্বক দক্ষিণা দান কৰিলে দাতা আৰু দান গ্ৰহণকাৰী এই দুইও জনে ইহ পৰ উভয় লোকে ফল লাভ কৰে। শ্ৰাদ্ধে স্থল বিশেষে মিত্ৰকেই, ভোজন কৰাবলৈ পাৰে, কিন্তু শত্ৰু যদি অতি বিদ্বানো হয় তথাপি তাক ভোজন কৰোৱা উচিত নহয়। শত্ৰুলোকে শ্ৰাদ্ধীয় দ্ৰব্য ভোজন কৰিলে, পৰ লোকৰ পক্ষে একেবাৰেই নিষ্ফল। যেনে ;—

কামঃ শ্ৰাৰ্দ্ধে হয়েৰ্চ্চান্মত্ৰং নাভিৰূপ মপিত্বৰিম্।
দ্বিষতাহি হৰিৰ্ভুক্তং ভবতি প্ৰেত্যনিষ্ফলম॥

( ইতি মনুঃ তৃঃ অঃ ১৪৪। )

বেদ পাৰগ ঋগ্বেদী শাখাধ্যায়ী যজুৰ্ব্বেদী কিম্বা সমাপ্তাধ্যায়ী সাম্‌বেদী, এই তিনি ব্ৰাহ্মণৰ একজনও যাৰ শ্ৰাদ্ধত সম্মানিত হৈ ভোজন কৰে; তাৰ পিত্ৰাদি সপ্তম পুৰুষৰ চিৰস্থায়িনী তৃপ্তি লাভ হয়। এনেকুৱা ব্ৰাহ্মণৰ যদি নেপায়, তেন্তে মাতামহ, মামা, ভাগিন, শস্তুৰ, গুৰু, কন্যাৰ পুত্ৰ, জামাতা, বন্ধু পুৰোহিত, শিষ্যাদিকেই ভোজন কৰাব +

যি ব্ৰাহ্মণে চুৰ কৰে, যি জন পতিত, ক্লীব, নাস্তিক ধৰ্ম্মাবলম্বী, বেদাধ্যায়ন নকৰে; চৰ্ম্ম ৰোগী, দ্যুতক্ৰীড়া কৰে, বহুযাজক্ বেজালি কৰে, প্ৰতিমা পৰিচাৰক' মাংস বেচে বানিজ্য কৰি জীবিকা নিৰ্ব্বাহ কৰে, গাঁওৰ বা ৰজাৰ চাকৰী কৰে, কুনখি, যাৰ দাঁত বোৰ কলা,

গুৰুৰ অবাধ্য, যক্ষ্মারোগী, প্রবর্ত্তন কাৰণে গৰু আৰু ছাগলী ৰখিয়া হয়। পঞ্চযজ্ঞ নকৰে, ব্রাহ্মণক হিংসা ·কৰে, ভাৱনা নৰ্ত্তন (গান) বৃত্তিৰে প্রতিপালিত হয়; আগে ব্রহ্মচাৰী বা সন্ন্যাস ধৰ্ম্মধৰি, পিছত স্ত্রী-সম্পর্ক দ্বাৰাই ব্রহ্মচর্য্য নষ্ট কৰে, যি সবর্ণা বিয়া কৰা নাই, যাৰ স্ত্রীৰ উপপতি আছে, যি টকালৈ বেদ শিকায় সেই অধ্যাপক, নিজৰ শিষ্য, যি শূদ্রক পঢ়ায়, যি যোনে নিয়মৰমীয়াল আৰু কঠুবা কথা কয়; যি জন যাজক, অকাৰণে মাক বাপেক আৰু গুৰুক-পৰিত্যাগ কৰিছে, যি ব্রাহ্মণে পতিত লোক সহিতে পঢ়ে, আৰু কন্যা দানাদি সম্বন্ধি লোকে সহিতে মিলিছে; যি জনে ঘৰ পুৰিছে যি জনে মানুহ মাৰিবলৈ বিষ দিয়ে আৰু সমুদ্র যাত্রা কৰে, যি জনে বাপেকৰ লগত বিবাদ কৰে, আনৰ দ্বাৰাই ধন দি জুৱা খেলায়, মদ খায়, অপবাদ যুক্ত লুকাই অধৰ্ম্ম কৰে, ধনু শৰাদি সাজে, ডাঙ্গৰ ভনীক বিয়া নিদিয়াকৈ সৰু ভনীক দিয়ে আৰু তেনেকুৱা বিয়াৰপতি, মিত্রদ্রোহী, যাৰ অঙ্গহানী আৰু অঙ্গবিকৃতি, যাৰ গলত মালাৰ নিচিনা ৰেখা থাকে, যাৰ বগা কুষ্ঠ আছে, যি জন দুষ্ট, কামুক আৰ বেদশাস্ত্র নিন্দা কৰে, যি জনে গৰু, ঘোৰা, হাতী, উট প্রভৃতি শিকায়, যি জনে নক্ষত্রাদি গণণা কৰি জীবিকা কৰে, যুদ্ধ শিখায় আৰু কৰে যি সেতু আৰু বান্ধ, বান্ধি পানীৰ সোঁত আন পিনে নিয়ে বা বন্ধ কৰে, যি জনে ঠিকা কাম আৰু দূতৰ কাম কৰে, বেশ্যা স্ত্রী গমন কৰে, শূদ্র সেৱাৰ দ্বাৰা জীবিকা নির্ব্বাহ কৰে, অনেক জাতিৰ যাজক, আচাৰ হীন, ধৰ্ম্ম কামত উৎসাহ নকৰে, ব্যাধি হৈ যাৰ ভৰি ডাঙ্গৰ হৈছে, নিজে কৃষি কৰি জীবিকা নির্ব্বাহ কৰে, যি জনে শ্মশানৰ কাম কৰে আৰু যি বিধবা বা সধবা পুনঃ বিয়া কৰে এই বোৰ, ব্রাহ্মণক জ্ঞানী লোকে কেতিয়াও দেৱ আৰু পিতৃ কার্য্যে হব্যকব্য আৰু দানাদি নিদিব দিলে কোনো ফল নাই। পাপ হে হয়।

যেনো ;—(মনুঃ তৃঃ অধ্যায়ৰ ১৫০ পৰা ১৬৬ শ্লোক পৰ্য্যন্ত ছোৱা )।

—:০:—

# চতুৰ্দ্দশ অধ্যায়।

## শ্ৰাদ্ধৰ নিয়ম আৰু ঠাই নিৰূপণ আৰু পিতৃলোকৰ নাম।

শ্ৰাদ্ধ কৰ্ম্ম উপস্থিত হলে তাৰ আগৰ দিনে নাইবা শ্ৰাদ্ধ দিনে, কম পক্ষে অন্ততঃ তিনি জন যোগ্য ব্ৰাহ্মণক যথোচিত সম্মানেৰে নিমন্ত্ৰণ কৰিব লাগে। ব্ৰাহ্মণ শ্ৰাদ্ধত নিমন্ত্ৰিত হলে, সেই দিনৰ পৰা শ্ৰাদ্ধ হোৱা ৰাতি স্ত্ৰী গমনাদি পৰিত্যাগ কৰি পবিত্ৰ ভাবে থাকিব আৰু সন্ধ্যাদিত বাহিৰে বেদাদি শাস্ত্ৰ পাঠ কৰিব নেলাগে। নিমন্ত্ৰণ কৰা ব্ৰাহ্মণৰ শৰীৰ ত পিতৃ সকল অদৃশ্য ৰূপে অনুপ্ৰবেশ কৰে। আৰুতেঁও লোক বহিলেও পিতৃলোকো বহে। দেৱ পিতৃ কামত উচিত নিয়মে নিমন্ত্ৰিত হৈও ব্ৰাহ্মণ যদি ব্ৰহ্মচৰ্য্য আৰু শ্ৰাদ্ধ ভোজনাদি নিয়ম পালন নকৰে, তেন্তে সেই পাপে তাৰ শুকৰ যোনী প্ৰাপ্তি হয়। যি ব্ৰাহ্মণ শ্ৰাদ্ধলৈ নিমন্ত্ৰিত হৈ স্ত্ৰী সম্ভোগাদি কৰে, শ্ৰাদ্ধ কৰ্ত্তাৰ যি পাপ থাকে, সমস্ত তাৰ গাত সোমায় গৈ।

পিতৃ সকল অতিশয় শান্ত আৰু শুচি আৰু সদাই ব্ৰহ্মচাৰী ভাবে থাকে। তেঁও লোক উদাৰ গুণ বিশিষ্ট মহাত্মা আৰু তেঁও লোক দেৱতা সকলৰো উপৰি, সেই দেখি তেঁও লোকক উপাসনা কৰিব খুজিলে তেঁও লোকৰ নিচিনা হোৱা শ্ৰাদ্ধ কৰ্ত্তা আৰু কৰোতা দুইৰো আবশ্যক।

ব্ৰাহ্মণ সোমপ, ক্ষত্ৰিয়ৰ হবিৰ্ভুজ, বৈশ্যৰ আজাপ্ আৰু শূদ্ৰৰ পিতৃ সকলৰ নাম সুকালিন্। ইয়াৰ ভিতৰত ভৃগু পুত্ৰ বোৰ সোমপ অঙ্গি-

ৰ্বাৰ পুত্ৰ সকল হবিৰ্ভুজ; পুলস্ত্যৰ সন্তান বোৰ আজ্যপ; আৰু বশিষ্ঠৰ সন্তান সকল সুকালিন নামে বিখ্যাত। ও পৰত যি বোৰ প্ৰধান পিতৃ সকলৰ বিষয় কোৱাহল এই জগতত তেঁও লোকৰ পুত্ৰ পৌত্ৰাদি অনন্ত বংশ পৰম্পৰাকেও পিতৃ লোক বুলি জানিবা।

পৰিচৰ্য্যাদি ঋষি সকলোৰ পৰা পিতৃ লোক হৈছে; পিতৃ লোকৰ পৰা দেৱদানব, আৰু দেৱতা সকলৰ পৰাই এই চৰাচৰ জগত অনুক্ৰমে উৎপন্ন হৈছে।

পিতৃ লোকক ৰূপৰ পাত্ৰত কিম্বা ৰৌপ্য মিহলি থকা তাম্ৰাদি পাত্ৰত শ্ৰদ্ধাৰে জল দান কৰিলে, তেঁও লোকৰ অতিশয় তৃপ্তি হয়।

দেৱকাৰ্য্যাপেক্ষা পিতৃ কাৰ্য্য অতি যত্ন পূৰ্ব্বক কৰিব লাগে। কেৱল পিতৃ কাৰ্য্যৰ সহায়ৰ কাৰণে হে দেবকাৰ্য্য বিশ্বদেৱ আবাহনাদি কৰা যায়। তাকে ন কৰিলে ৰাক্ষস বোৰে শ্ৰাদ্ধ নষ্ট কৰে। এই কাৰণে শ্ৰাদ্ধ কাৰ্য্যৰ পূৰ্ব্বেই দেবকাৰ্য্য কৰা কৰ্ত্তব্য।

শ্ৰাদ্ধ কামৰ নিমিত্তে হাড়, এঙ্গাৰাদি নথকা শুচি আৰু নিৰ্জন ঠাইলৈ, তাক গোবৰ দ্বাৰা লেপন কৰিব লাগে। সেই ঠাই খন যদি আগয়ে দক্ষিণ দিকে ক্ৰমে এণ্ঢলীয়া ন হয়; তেন্তে কোদালেৰে খানি এণ্ঢলীয়া কৰিলব। শুচি অনাবৃত ঠাইত নদীৰ পাৰত আৰু নিৰ্জনত শ্ৰাদ্ধৰ ঠাই কৰিলে পিতৃ সকল সন্তুষ্ট হয়। সেই ঠাইত কুশযুক্ত ভিন্ন ২ আসন পাতি নিমন্ত্ৰিত ব্ৰাহ্মণ সকলে স্নানাচমন কৰিলে একে একে প্ৰত্যেককে বহুবাৰ। দেৱ ব্ৰাহ্মণৰ আসনত পূৰ্ব্বাগ্ৰ দুইকুশ, আৰু পিতৃ ব্ৰাহ্মণৰ দক্ষিণাগ্ৰ এককুশ প্ৰদান কৰিব। পিছে গন্ধ-মালা ধূপ দীপাদিৰে দেৱ ব্ৰাহ্মণক আগে আৰু পিতৃ ব্ৰাহ্মণক পিছে পূজা কৰিব। পিছে ব্ৰাহ্মণক কুশ আৰু তিল মিহলি অৰ্ঘ্যজল দান কৰি, সকলোৰে আজ্ঞা লৈ বক্ষমান ৰীতিক্ৰমে অগ্নিত হোম কৰিব। যদি নিজে অগ্নি

আৰাধনা কৰিবলৈ নেজানে, তেন্তে ব্ৰাহ্মণৰ হাতেৰেই উক্ত আহুতি তিনটী প্ৰদান কৰিব। কিয়নো অগ্নি আৰু ব্ৰাহ্মণ উভয়ে সমান। পূজাদি যিমান যি কৰা যায় সমস্ত দক্ষিণ মুখহৈ কৰিব। দক্ষিণ হাতেৰে পিণ্ডৰ আধাৰ থকা মাটিত জলদান কৰিব লাগে। অগ্নিত আহুতি প্ৰদান কৰি হুতাব শিষ্ট দ্ৰব্য সকল লগ কৰি, তিনটি পিণ্ড প্ৰস্তুত ক্ৰমে দক্ষিণ মুখে একান্ত মনে দক্ষিণ হাতৰ পিতৃ তীৰ্থেৰে সেই কুশৰ ওপৰে প্ৰদান কৰিব। আদেশ মতে যত্ন পূৰ্ব্বক কুশ আৰু পিণ্ডা ধাবৰ উপৰ পিণ্ড দান কৰি, লেপভুক (ভুকত খোৱা) বৃদ্ধ প্ৰপিতা মহাদি উৰ্দ্ধ তিনি পুৰুষৰ তৃপ্তিৰ জন্যে সেই পিণ্ডাধাৰৰ গোৰত হস্ত ঘৰ্ষণ কৰিব। তাৰ পিছে উত্তৰ মুখ হৈ আচমন কৰি অন্তৰৰ বায়ুৰোধ পূৰ্ব্বক "বসন্তায় নমস্তভ্যং" ইত্যাদি মন্ত্ৰেৰে ছয় ঋতুক নমস্কাৰ কৰিব। আৰু "নমেবঃ পিতৰঃ" ইত্যাদি মন্ত্ৰেৰে দক্ষিণ মুখে পিত্ৰাদিকো নমস্কাৰ কৰিব। জল পাত্ৰত থকা শেষ জল, প্ৰত্যেক পিণ্ডৰ গুৰিত ক্ৰমে ক্ৰমে উচৰ্গ কৰিব, আৰু যি ৰূপে ক্ৰমান্বয়ে পিণ্ড দিয়া হৈছে, একান্ত মনে সেই ৰূপে ক্ৰমে ক্ৰমে প্ৰত্যেক পিণ্ডৰেই আঘ্ৰাণ লব। তাৰ পিছে প্ৰতি পিণ্ডৰে পৰা অলপ অলপকৈ লৈ আসনত বহি থকা ব্ৰাহ্মণক আগে ভোজন কৰাব। পিতা বৰ্ত্তমানে পিতামহাদি তিনি পুৰুষৰ শ্ৰাদ্ধ কৰিব* তাৰ পিছে ব্ৰাহ্মণ সকলৰ হাতে পিণ্ডাধাৰ আৰু তিল জল দি পূৰ্ব্বে কোৱা পিণ্ডাগ্ৰ বিলাক "প্ৰিত্ৰোস্বধাস্তঃ" ইত্যাদি বুলি সম্পূৰ্ণ কৰিব।

---

* বৰ্ত্তমান ডাঙৰ জনেই শ্ৰাদ্ধ কৰিলে ভাল। ডাঙৰ জনৰ অনুমতি লৈ সৰুৱেও কৰিব পাৰে; কিন্তু তেনেকুৱা অৱস্থাৰ বিশেষ নিয়ম আছে। মনুসংহিতাৰ তৃতীয় অধ্যায়ৰ ২২০।২২১।২২২ শ্লোক দেখা।

পিছে অন্নপূর্ণ পাত্র আৰু অন্যান্য ফল-মূল-দ্ৰব্যাদি নিজে দুইও হাতে লৈ, পৰিবেশনাৰ্থ ভাগ ভাগ কৰি ব্ৰাহ্মণ সকলৰ গুৰিত ৰাখিব। এই সময় চকুলো পেলাব, খং কৰিব, মিছা কথা কব নেলাগে আৰু উক্ত বস্তু বোৰ ভৰিৰে স্পৰ্শ কিম্বা সিচৰাই পেলাবও নেলাগে।

ব্ৰাহ্মণ ভোজন কৰোৱা সময় পৰমাত্মা বিষয় আলাপ আৰু শ্ৰাদ্ধ সময়ে ব্ৰাহ্মণ সকলক বেদ ধৰ্ম্মাদি শুনাব লাগে।* লাহে লাহে ভোজন কৰায় আৰু অন্নাদিৰ গুণ বৰ্ণাই ব্ৰাহ্মণ বিলাকক সেই বোৰ বস্তু ভোজন কৰিবলৈ অনুৰোধ কৰিব লাগে।

শ্ৰাদ্ধ সময়ে নেপালী কম্বল, কন্যাৰ পুত্ৰ আৰু তিল এই তিনটি বস্তু অতি পবিত্ৰ।

শৌচ, খং, কাম এই তিনটি লৰা লৰিকৈ নকৰি, শান্ত ভাবে লাহে লাহে কৰা উচিত, মূৰ কাপোৰেৰে ঢাকি, খড়ম পিন্ধি আৰু দক্ষিণ মুখ হৈ ভোজন কৰিব নেলাগে। ই ৰাক্ষসৰ লক্ষণ।

যেনে ;—যদ্বোষ্টিতশিবা ভূঙ্‌ক্তে যদ্ভুঙ্‌ক্তে দক্ষিণামুখঃ।
সোপানৎ কশ্বযদ্ভুঙক্তে তদ্বৈ ৰক্ষাৎসিভুঞ্জতে ॥ ২৩৮ ॥
( ইতিঃ মনুঃ তৃতীয় অধ্যায় )

হোমে, দান, কাৰ্য্যে, ভোজন সময়ে, পিতৃশ্ৰাদ্ধে আৰু দেৱ কাৰ্য্যে চাণ্ডাল, কুকুৰ, কুকুৰা, শুকৰ, ৰজস্বলা স্ত্ৰী, আৰু ক্লীব এই বিলাকে দেখিলে, সেই সেই কামৰ ফল নহয়। এতেকে শ্ৰাদ্ধৰ ব্ৰাহ্মণ ভোজন কালে যেন এই বোৰক ব্ৰাহ্মণ সকলে দেখা নেপায়, তাৰ যত্নত থাকিব। উক্ত কাৰ্য্যাদিতো উক্ত লিখিত প্ৰাণী বোৰক

* বেদ শাস্ত্ৰ পড়ি শুনাব লাগে।

কেতিয়াও ওচৰলৈ আহিবলৈ নিদিব। আকৌ কণা খোৰা. হীনাঙ্গ আধিকাঙ্গ লোক যদি শ্ৰাদ্ধ কৰ্ত্তাৰ আত্মীয়ও হয় তথাপি ইহঁতক শ্ৰাদ্ধৰ ঠাইৰ পৰা নিলগাব লাগে। শ্ৰাদ্ধ কালে ব্ৰাহ্মণ ভোজনৰ উচ্ছিষ্ট অন্ন আৰু বস্তু বোৰ ভাগ ঠাইত পেলাব লাগে।

শ্ৰাদ্ধ কৰি সেই দিবাৰাত্ৰি স্ত্ৰী সম্ভোগ কৰিব নেপায়। কৰিলেও নিজৰ মহাপাপ হয় আৰু পিতৃলোক এক মাহ বিষ্ঠাত শুই থাকে।

যেনে ;—শ্ৰাদ্ধভুগ্ বৃষলীতল্পং তদৰ্বোহধি গচ্ছতি।
তস্যাঃ পুৰিষে তন্মাসং পিতৰস্তস্য শেৰতে॥ ২৫০॥

ইতিঃ মনুঃ ৩য়ঃ অঃ)

নিমন্ত্ৰিত ব্ৰাহ্মণ সকলক যথা যোগ্য মতে শুশ্ৰূষা কৰি. দি, নিজে শুচি হৈ একান্ত মনে মৌনাবলম্বী হৈ, দক্ষিণ পিনে চাই চাই তলত লিখা বোৰ প্ৰাৰ্থনা কৰিব। যেনে ;—হে পিতৃ সকল! আমা লোকৰ কুলত যেন দানী লোকৰ সংখ্যা বেচি হয়; অধ্যায়ণ অধ্যাপনাদিৰ দ্বাৰা যেন বেদ শাস্ত্ৰৰ সদাই আলোচনা হৈ থাকে। আৰু যেন বংশ বৃদ্ধি হয় ইত্যাদি। এই ৰূপ প্ৰাৰ্থনা শেষ হৈ গলে, পিণ্ড বিলাক গৰু ছাগলীৰে খুৱাব কিম্বা অগ্নিত পুৰিব, নাইবা পানীত পেলাই দিব। পিছে হাতধুই আচমন কৰি জ্ঞাতি সকলক ভোজন কৰাব জ্ঞাতি সকলৰ হৈ গলে, মাতৃ পক্ষৰ ব্ৰাহ্মণ আৰু অন্যান্য লোকক খুৱাব। এই ভোজন কাজ শেষ হৈ গলে দেশাচাৰ মতে অন্যান্য নাম-কীৰ্ত্তনাদি আৰু দৈনিক কাম কৰি থাকিব।

বৰ্ষাকালে মঘানক্ষত্ৰে যদি ত্ৰয়োদশীৰ যোগ হয়; তেন্তে সেই দিনে যি প্ৰকাৰে হওক মধু মিশ্ৰিত অন্ন পিতৃ লোকক প্ৰদান কৰা

কৰ্ত্তব্য ; ইয়াৰে পিতৃলোক অক্ষয় তৃপ্তি পায়। শ্ৰাদ্ধ কাৰ্য্য যুগ্ম তিথিত কৰা মহাফল। শ্ৰাদ্ধৰ সমুদায়ী কাম কুশ হস্তে পিতৃ তীৰ্থেৰে সমাপন কৰিব লাগে।

ৰাত্তিত উভয় সন্ধ্যা সময়, আৰু সূৰ্য্যোদয় কালেৰ শ্ৰাদ্ধ কাৰ্য্য কৰাৰ নিয়ম নাই। বছৰ বছৰ হেমন্ত, বৰ্ষা আৰু গ্ৰীষ্মকালে শ্ৰাদ্ধ কৰিলে অন্যান্য ঋতুকৈ বেচি ফল হয়।

---

## পঞ্চদশ অধ্যায়।

### নীতি কথা, পাপ পুণ্যৰ বিচাৰ আৰু দান গ্ৰহণ বিধি।

উদয় আৰু অস্ত এই উভয় সময়ে সূৰ্য্য দৰ্শন কৰিবলৈ নেপায়। সেই ৰূপে গ্ৰহণৰ সময় পানীত প্ৰতিবিম্ব আৰু আকাশৰ ঠিক মাজ ঠাইৰ সূৰ্য্যকো দেখিব নেপায়।

দামুখি বান্ধি ৰখা জৰী চেৰাব নে লাগে। বৰষুণৰ সময় লৰি যাব আৰু পানীত নিজৰ মূৰ্ত্তি দেখিব নেপায়।

মাটিৰ টিলা (ভেঁটি) গৰু, দেবমূৰ্ত্তি, ব্ৰাহ্মণ, ঘিউ, মৌ, চাৰি আলিৰ মুৰ আৰু অতিশয় ডাঙৰ গছ, এই বিলাকক দক্ষিণ পিনে ৰাখি যাত্ৰা কৰিব লাগে।

ভাৰ্য্যাৰ লগত একে লগে বহি ভোজন কৰিব নেলাগে; আৰু ভোজন কৰাত হাঁহিব ধৰাতে হামিয়াত নিজ ইচ্ছায় অসাবধান হৈ বহি থকাত, চকুত, কজ্জল দিব ধৰাত, থালীগাৰে তেল দিব ধৰাত আৰু সন্তান প্ৰসব কৰাৰ সময় ভাৰ্য্যাক দেখিব নেপায়।

এক বস্ত্রে ভোজন কৰিব নেপায়, নাঙ্গঠ হৈ গা মুধুব। বাটত ছাইৰ ওপৰত আৰু গৰুচৰা পথাৰত খেতিৰ নিমিত্তে চাহ কৰা মাটিত, পানীত, মৰি শালিত, পৰ্ব্বতত, দেৱতাৰ ঘৰত, উঁইচিলাত, প্ৰাণী থকা গাঁতত, বুলি যওঁতে ২ থিয়ৈ থিয়ৈ, আৰু নদীৰ পাৰত মল-মূত্ৰ ত্যাগ নকৰিব। আকৌ বায়ু অগ্নি ব্ৰাহ্মণ, পানী আৰু গৰু এই বোৰ আগত দেখি ২ কেতিয়াও মল-মূত্ৰ ত্যাগ নকৰিব। কাঠ, দলি চপৰা পাত বা তৃণাদিৰে মাটি ঢাকি, আৰু কাপোৰেৰে মুৰ গা আচ্ছাদন কৰি, নীৰৱে বহি শৌচাচাৰ কৰিব লাগে।

দিনত আৰু উভয় সন্ধ্যা সময়ে উত্তৰ মুখে আৰু ৰাতিত দক্ষিণ মুখে বহি মল মূত্ৰ ত্যাগ কৰিব। এন্ধাৰৰ নিমিত্তে কিম্বা মেঘৰ ছায়াৰ বাবে দিকবিদিক জ্ঞান নোহোৱা হলে, আকৌ পীড়িত নাই বা ভয়ৰ কোনো কাৰণ উপস্থিত হলে, যি মুখেই হওক মল মুত্ৰ ত্যাগ কৰিলে দোষ নাই।

মুখেৰে ফুঁদি জুই ধৰিব আৰু পত্নীক উলঙ্গাবস্থায় দেখিব নেলাগে। জুইত অপবিত্ৰ বস্তু পেলাব, ভৰি সেকিব শুৱা খাট্ বা চাঙ্গৰ তলত্ ভাৰ পিচনত ৰাখিব আৰু অগ্নি চেৰাবৰ ও নেলাগে।

সন্ধ্যা সময়ত খাব, শুব আৰু ফুৰিব নেপায়। দিনত খোৱাত অতি তৃপ্তি হলে আকৌ ৰাতি খাব নেলাগে। দীঘল মাৰিৰে মাটি খান্দিব আৰু নিজৰ পিন্ধা মালা-মণি-নিজে খহাব নেপায়।

পানীত মল মূত্ৰ আৰু তদ্লিপ্ত কাপোৰ ধোৱা, কিম্বা বিষ আৰু তেজ পেলাব নেলাগে।

শূন্য ঘৰত অকলে শুব, মানী লোকক টোপনিৰ পৰা উঠাব, ৰজস্বলাৰ সহিতে আলাপ কৰিব নেপায় আৰু বাচি (অনিমন্ত্ৰনে) যজ্ঞলৈ নেযাব।

যত বহুত অধৰ্ম্মী দুষ্ট মানুহ থাকে, সদাই ৰোগ হয়; আৰু চাণ্ডালাদি অন্ত্যজাতি থকা ঠাইত বসতি নকৰিব। আকৌ অকলে বেচি দূৰৈ বাটকো নেযাব। আজলিৰে পানী কিম্বা উৰুৰ ওপৰত ৰাখি কোনো বস্তু খোৱা আৰু অকথাতে আনন্দিত হোবা অনুচিত। সেইৰূপে অশাস্ত্ৰীয় নাচ গান আৰু নিজৰ গাত কিম্বা কাঠ আদিত বাদ্য কৰা, কাষলতি বজোৱা, দাঁতে দাঁতে লগাই শব্দ কৰা বেয়া। আৰু গাধৰ নিচিনা মাতিবও নেলাগে।

কাহৰ পাত্ৰত ভৰি লগাব আৰু ভঙ্গা নাইবা বিঘ্নৰ সন্দেহ থকা সাজত ভোজন কৰিবও নেলাগে। এইৰূপে আনৰ চৰ্ম্ম পাদুকা, কাপোৰ, লগুণ, অলঙ্কাৰ, মালা আৰু কমণ্ডলু এই বোৰ ব্যৱহাৰ কৰিবও নেলাগে।

টেঙৰ আৰু অশিক্ষিত ক্ষুধাৰ্ত্ত, ৰোগী, শিংভঙ্গা, কনা, খুৰা ভঙ্গা নেজ ছিগা ঘোঁৰা হাতী প্ৰভৃতিত উঠিব নেলাগে।

পুৱাৰ ৰদ, চিতাৰ ধোৱা আৰু ভঙ্গা আসন বৰ্জন কৰিব। নিজৰ নিজে নখ, লোম উঠাব, নখেৰে তৃণ ছিগিব আৰু নিস্ফল অৰ্থাৎ ভবিষ্যতৰ অমঙ্গল হোবাৰ সম্ভৱ থকা কাম কৰিব নেলাগে। সূৰ্য্য অস্ত গলে তিল সম্বন্ধীয় কোনো বস্তু ভোজন কৰিব নেপায়। এই বোৰ কাম কৰিলে আয়ুক্ষয় হয়।

লাজঠ হৈ আৰু ‡ তিতা ভৰিৰে শুব নেলাগে। খোৱা মুখে কথা, কব, চকুৰে দেখা নোপোৱা, আৰু দুৰ্গম ঠাইক যাব, পৰাপক্ষে নদীত সাঁতৰিব নেলাগে। মল মুত্ৰৰ পিনেও চাব নেপায়।

---

‡ তিতা ভৰিলে ভাত খালে আয়ু বৃদ্ধি হয়।

চুলি, ছাই, হাড়, খোলা কপাহৰ গুটি আৰু তুহ এই বোৰ বস্তুত উঠিলে আয়ুক্ষয় হয়।

দুইও হাতেৰে আপোনাৰ মুখ খজুৱা বেয়া। চুৱা মুখে মুড় লাৰিব নেলাগে। আৰু মুড় তিয়াই হাতেৰে পিহি গা ধুব লাগে। গা ধুই আকৌ গাত তেল ঘঁহা অনুচিত।

শৱৰ গুৰিত, অধাৰ্ম্মিকৰ গুৰিত, কন্দাকটা ঠাইত, অনেক লোক গোট খোৱা ঠাইত, খাই উঠি, বাঁতিয়াই, টেঙ্গা উগাৰ কৰি আৰু শৰীৰত তেজ ওলালে শাস্ত্ৰ পঢ়িব নেলাগে।

ভোজনান্তে, পীড়িত অৱস্থায়, আৰু মাজনিশা অনেক কাপোৰ গাত লৈ গাধুব নেলাগে। পানীৰ কাৰণ ভাল কৈ জনা না থাকিলে সেই নদীত নুমিগা ধোৱা অনুচিত।

দেৱ প্ৰতিমা, পিত্ৰাদি গুৰুজন, ৰজা, স্নাতক ব্ৰাহ্মণ, কপিলা গাই আৰু ঈশ্বৰৰ ভক্ত, এওঁ লোকৰ চাঁয়া চেৰাই যাব নেলাগে।

অধিক বয়সীয়া, ক্ষত্ৰিয়, সৰ্প, বেদজ্ঞ ব্ৰাহ্মণ আৰু দুৰ্ব্বল লোকক অপমান দিব নে লাগে।

শ্ৰীলাভ দুৰ্লভ বুলি নে ভাবি, মৃত্যুকাল পৰ্য্যন্ত শ্ৰীবৃদ্ধিৰ চেষ্টা কৰিব। মিছা কথা নকব আৰু সচা কথাকো ভাল লগা কৈহে কব।

অঙ্গহীন, অধিকাঙ্গ, বিদ্যাহীন, বয়োধিক ৰূপহীন, নিৰ্ব্বলী আৰু নিৰ্দ্ধনী এই সকলক নিজ নিজ হীনতাৰ উল্লেখ কৰি নিন্দা নকৰিব। আৰু অশুচি হৈ হাতেৰে গাই, ব্ৰাহ্মণ, অগ্নি নুচুব। আকৌ অসুস্থ শৰীৰে কিম্বা অশুচি অৱস্থায় আকাশৰ তাৰা দিও নেচাব। মানুহ

সদাই অন্তৰে বাহিৰে শুচি থাকিব, জিতেন্দ্ৰিয় হব, এলাহ নকৰি সদাই শাস্ত্ৰাদি পাঠ কৰিব আৰু উদ্যোগী হব।

সদাই বেদাভ্যাস, বাহ্যাভ্যান্তৰ শুচি, ধৰ্ম্মালাপ, আৰু সৰ্ব্বজীৱে মৈত্ৰীভাব এই কয়টি ব্ৰাহ্মণ সকলৰ পৰম ধৰ্ম্ম।

ঘৰৰ ওচৰতে বিষ্ঠা মূত্ৰ ত্যাগ কৰা; ভৰি ধোৱা আৰু চুৰা পেলোৱা উচিত নহয়। অগ্নি ঘৰত ৰেতঃপাত কৰিব নে লাগে।

শৌচাচাৰ, দেহসজ্জা, ( অলঙ্কাৰাদি পিন্ধা কাজ ) স্নান, দাঁতধোৱা কাম, অঞ্জন লেপন আৰু ঈশ্বৰৰ সেৱাদি বেদাদিক কাম দিনৰ আগ বেলাতে কৰিব লাগে। আৰু শেষ ৰাতিও কৰাৰ বিধি আছে।

সকল ধৰ্ম্মৰে মূল আচাৰ, এতেকে এই আচাৰ যত্নেৰে প্ৰতিপালন কৰিব লাগে। মানুহ সদাচাৰৰ পৰাই ধৰ্ম্মী হয় আৰু সেই য়ে হলে পৰকালৰ পথ মুকলি হয়। আকৌ এই সদাচাৰৰ পৰাই ইকালত দীৰ্ঘায়ু, মনোমত সন্তান-সন্ততি আৰু অক্ষয় ধন লভ হয়। ইয়াৰে যদি কিবা কুলক্ষণ থাকে, সিও নষ্ট হয়। অনাচাৰী লোক, অধৰ্ম্মী, সমাজত নিন্দিত, দুঃখভোগী, ৰোগী আৰু অল্পায়ু হয়। যি সদাচাৰী তেওঁ সকলো প্ৰকাৰ সুভলক্ষণ হীন হলেও এশ বছৰ জীয়াই থাকে।

পৰৰ উপকাৰেই ধৰ্ম্ম, পৰৰ অপকাৰেই পাপ, আৰু স্বাধীনে সুখ, পৰাধীনে দুঃখ। পাপ-পুণ্য আৰু সুখ দুখৰ এই সংক্ষেপ লক্ষণ জানিবা। আৰু সদাই মনত ৰাখিব লগীয়া।

খঙৰ বশৰৱৰ্ত্তী হৈ ব্ৰাহ্মণৰ উপৰ মাৰি তুলিলেও সেই পাপে তাৰ এশ বছৰ নৰক ভোগ হয়। আন কি ব্ৰাহ্মণক তৃণাদিৰে ও মাৰিব নে লাগে।

ডাঙৰ ভাইক পিতৃ তুল্য, আৰু আপনাৰ স্ত্ৰীক নিজৰ দেহৰ অভিন্ন বুলি জ্ঞান কৰিব লাগে। দাস-দাসীক আপোনাৰ ছায়াৰ মিচিনা বিবেচনা কৰিব আৰু আপোনায় কন্যাক পৰম স্নেহৰ পাত্ৰ বুলি জানিব। এতেকে

ইইঁতৰ পৰা দুঃখিত বা অপমানিত হ'লেও খং নকৰি সহ্য কৰিব লাগে। কোনো প্ৰকাৰে ইহঁতৰ সৈতে বিবাদ কৰিব নে লাগে।

যি ব্ৰাহ্মণ ভণ্ড তপস্বী বা বকব্ৰতী নাইবা বেদানবিজ্ঞ তাক জল মাত্ৰও প্ৰদান কৰা জ্ঞানী লোকৰ অনুচিত। এনে দান কৰিলে দাতা আৰু গ্ৰহীতা উভয়ে পৰকালত বিপদগ্ৰস্ত হয়। ইয়াত দান কৰ্ত্তাৰ শিলৰ ভেলত উঠি নদী পাৰ হোৱাৰ ফল হয়।

আনৰ ঘোৰা, শকট, শয্যা আসন, নাদ বা খাল, ঘৰ-বাড়ী এই বোৰ হুকুম নলৈ ব্যবহাৰ কৰিব নেলাগে। কৰিলে গৰাকীৰ পাপৰ চতুৰ্থাংশ ভোগী হব লাগে।

যম আৰু নিয়ম উভয়েইহে মুক্তি কৰিব পাৰে; অকলে হলে কোনোৱে নোৱাৰে। *

ভ্ৰূণহত্যা কাৰীয়ে দেখা অন্ন, কেশ আৰু পোক, কীট আদি থকা অন্ন ইচ্ছা কৰি ভৰি লোগোৱা অন্ন, ৰজস্বালায়, কুকুৰে আৰু চৰাই বোৰে ঠোঁটেৰে লাৰা (চোৰা) অন্ন, গৰুৱে ঘ্ৰাণ লোৱা অন্ন, সাধাৰণৰ কাৰণ ৰন্ধা অন্ন, বেশ্যাৰ অন্ন, যোনে মিছা সাখী কয়, যি অকৃতজ্ঞ আৰু যাৰ স্ত্ৰীৰ উপপতি আছে। যি জনে স্ত্ৰীৰ বুদ্ধিত চলে, পণ্ডিত সকলে নিন্দা কৰা অন্ন, মহাপাতকীৰ, ক্লীবৰ ব্যভিচাৰিণীৰ অন্ন আৰু কাৰো খাই এৰা আকৌ ওপৰত হাঁচি পৰা অন্ন লেখাব। বাহী পায়স খোৱাও উচিত ন হয়। ওপৰত কোৱা অন্ন বোৰ নিজৰ চাল, হাড় আৰু লোম বুলি পৰিত্যাগ কৰিব। যদি

* দয়া, ক্ষমা ঈশ্বৰচিন্তা, অহিংসা পৰৰ দ্ৰব্য চুৰ নকৰা আদিৰ নাম যম আৰু স্নান উপবাস শাস্ত্ৰ পাঠ, আৰু পবিত্ৰ থকাকে নিয়ম বোলে।

নাজানি খায়, তেন্তে তিনি রাত্তি উপবাস কৰিব। কিন্তু জানি শুনি খালে এক প্ৰজাপত্য ব্ৰত কৰিব লাগিব। বেতস, বিষ্ঠা আৰু মূত্ৰ খালে ও এই প্ৰায়শ্চিত্ত জানিবা। হোতেলৰ অন্ন খালেও পূৰ্ব্বে কোৰা পুণ্য নষ্ট হয়।

দান কৰি গৰ্ব্ব কিম্বা পৰৰ আগত প্ৰকাশ কৰিলে দানৰ ফল নষ্ট হয়।

পৰকালত সহায় কৰিবলৈ পিতৃ মাতৃ, স্ত্ৰী পুত্ৰ আৰু জ্ঞাতি আদি বন্ধু কোনেও সঙ্গত নেথাকে; কেৱল ধৰ্ম্মইহে সেই ঠাইৰ সহায়।

জীব অকলে ওপজে, অকলে লয় পায়; আৰু অকলেই নিজৰ ভাল বেয়া কামৰ ফল ভোগ কৰে। এক খণ্ড কাঠৰ নিচিনা মৃত্যু দেহক মাটিত পেলাই যেতিয়া পাচ মুখ কৰি বন্ধু বান্ধব সকল ঘৰলৈ আহে; তেতিয়া কেৱল ধৰ্ম্মই সেই জীৱৰ লগত যায়। এতেকে সেই কালৰ সহায়ৰ নিমিত্তে নিতৌ অলপ্ অলপকৈ ধৰ্ম্ম সঞ্চয় কৰি ৰাখিলে সেই ধৰ্ম্মৰ সহায়ে দুঃখ জনক নৰকাদিৰ পৰা নিস্তাৰ পোৱা যায়। ধৰমী মানুহৰ যি পাপ হয়, তাক ধৰ্ম্মে নষ্ট কৰে; আৰু অন্তিমে তেওঁৰ দীপ্তিমান শৰীৰক অবিলম্বে স্বৰ্গাদি মহা সুখকৰ ঠাইলৈ নিয়ে।

শয্যা, গৃহ, কুশ, কৰ্পূৰাদি গন্ধদ্ৰব্য, পুষ্প, ফল-মূল, খাগীৰ, মনি, ধান—চাউল, যব, শাক মাছ, মাংস, দৈ, মৌ আৰু অভয় দান এই বোৰ বস্তু দোষীত কাম কৰি পতিত হোৱা অৰু হীন জাতিৰ লোক সকলে অযাচিত অৰ্থাৎ নোখোজা কৰি দিলে গ্ৰহণ কৰিব পাৰে।

—:*:—

# ষোৰশ অধ্যায়।

## অল্প বয়সত মৃত্যুৰ কাৰণ ; আৰু ভোক্ষাভোক্ষ মাংস।

বেদ অভ্যাস নকৰিলে, সদাচাৰ পৰিত্যাগ কৰিলে, কৰ্ত্তব্য কাম কৰিবলৈ এলাহ কৰিলে, আৰু দোষীত অন্ন ভোজন কৰিলে মানুহৰ আয়ুক্ষয় হৈ অসময়ে মৃত্যু হয়। খুতুনা, ৰঘুন, ৰঙ্গাবৰ্ণৰ শাক অৰ্থাৎ ৰঙ্গা গাজৰ আদি ; আৰু বিষ্ঠাদিত গজি উঠা দ্ৰব্যাদি অভক্ষ।

কোন বৃক্ষ কাটিলে বা ভাঙ্গিলে যি এঠা ওলায়, গাই জগী দহ দিন অতীত নোহোৱাতে আৰু ৰজস্বলা নাইবা দামুৰি মৰা গাইৰ গাখীৰ, তিলৰ লগত মিহলি হোৱা চাউলৰ ভাত, গমৰ গুড়িত গাখীৰ আৰু মিঠৈ মিহলি কৰি সজা পিঠা, যজ্ঞাদি দেৱ কামত নলো গোৱা পশুৰ মাংস, একেটি খুৰা থকা পশুৰ গাখীৰ, যি বোৰ চৰাইয়ে কেচা মাংস খায় তাক আকৌ কুকুৰা, পাৰ আদি পোহনীয়া চৰাই, খুৰাত জোৰা নথকা পশু, পানী কাউৰী, হাঁহ, ৰামশাৰ, ডাউক, টিয়া, শালিকা আৰু যি বোৰ চৰাইয়ে ঠোঁটেৰে মাৰি কিম্বা নখেৰে, চিৰি খায়, যি বোৰে পানীত ডুবি মাছ খায় এই বোৰক খাব নেলাগে।

শুকান মাংস আৰু যি ঠাইত নানাবিধ পশুৰ মাংস বিক্ৰিৰ নিমিত্তে ৰাখে, তাৰ পৰা কিনি আনি, যি বোৰ পশুৱে মাংস বিষ্টা খায় আকৌ শাপ, নেউল আৰু পাঁচ নখ থকা পশুৰে মাংস খাব নেলাগে। কিন্তু পাঁচ নখীয়াৰ ভিতৰত শুই, গড় কাছ খৰগোষ ইইতক খোৱা বাধা নাই।

ওপৰন্ত যিবোৰ পশু—চৰাই আদিৰ মাংস খোৱা মুগুত বুলি কোৱা হৈছে এই বোৰ যদি অকাৰণত মাৰি খায়; তেন্তে দোষ হব। কেবল শাস্ত্ৰানুযায়ী শ্ৰাদ্ধাদিৰ ভোজত দিয়া মাংস আৰু ৰোগৰ কাৰণে কিম্বা আহাৰা ভাবে প্ৰাণ যায় যায় এনেকুৱা অৱস্থাতে হে মাংস খাব পাৰে।

যেনে ;—প্ৰোথিতং ভক্ষয়োন্মাং ব্ৰাহ্মণাঞ্চ কামায়া।
যথাবিধি নিযুক্তস্ত প্ৰণানামেৰ চাত্যায়ে ॥ ২৭ ॥

( ইতি মনুঃ পঃ অঃ )

অনাপত কালে অবৈধ মাংস খোৱা অনুচিত। অবৈধ মাংস খালে সেই পশুবোৰে তাক পৰকালত ভক্ষণ কাৰব, আকৌ পশুৰ গাত যিমান লোম থাকে তিমান বাৰ জন্ম ধৰিব আৰু প্ৰতিবাৰেই সেই পশুৰ দ্বাৰাই হত্যা হব। অকাৰণত মাংস খালে খোৱা লোকে পৰকালে যেনে পাপ ভোগ কৰে; ধনৰ কাৰণে পশু মৰিয়া লোকেও সেই পাপ ভোগে।

যেনে ;—ন তাদৃশং ভবত্যেনো মৃগহন্তুৰ্ধৰ্থিনঃ।
যাদৃশং ভৱতি প্ৰেত্য বৃথা মাংসানি খাদতঃ ॥ ৩৪ ॥

( ইতি মনুঃ পঃ অঃ )

যি লোকে জীৱ সকলক বধ বন্ধনাদি কৰি ক্লেশ নিদিয়ে আৰু মনুষ্যাদি কোনো প্ৰাণীকে হিংসা নকৰে, এটাইবে হিতকাৰী হয়, তেওঁ পৰকালে অতিশয় সুখ ভোগ কৰে আৰু যি ধৰ্ম্ম কৰ্ম্মাদিৰ আশা কৰে তাৰ সকলো লাভ হয়।

মনুৰ মূল বাক্য এই যে প্ৰাণী হিংসা নকৰাকৈ যদি কোনো উপায়ে মাংস পোৱা নেযায়, এতেকে কি বৈধ কি অবৈধ কোনো

মাংসক মানুহে খোৱা উচিত ন হয়। যি শাস্ত্ৰৰ বিধি মতেও মাংস নেখায় তেওঁলোক সমাজত প্ৰিয় আৰু নিৰোগী হয়। আৰু কৈছে যে পশু মাৰিবলৈ অনুমতি দাতা, মৰা, ভাগ কৰা, মাংস কিনা, বিকা, ৰান্ধা, বছা, বা কুটা আৰু খোৱা এই এটাই বোৰেই পশু মৰা পাতকী *। মাংস শব্দৰ অৰ্থ এই যে মাংস অৰ্থাৎ মোক সঃ অৰ্থাৎ সি ( ভোজন কৰিব )।

— ঃ০ঃ —

# সপ্তদশ অধ্যায়।

## প্ৰেত আৰু জন্ম শুদ্ধি।

লৰাৰ দাঁত গজাৰ পিছত, চূড়াকৰণ আৰু উপনয়নৰ সময়ত যদি সেই লৰা মৰে, তেন্তে সপিণ্ড সমানোদক সকল অশুদ্ধ হয়। সেইৰূপ সন্তান জন্মিলেও এটাইয়ে অশুচি হয়। সপিণ্ডৰ মৃত্যু হলে, ব্ৰাহ্মণৰ বেদ জ্ঞান আৰু অগ্নিচৰ্য্য বিবেচনায় দশাহ অশৌচ আৰু চাৰি দিন তিনি দিন কিম্বা এক অহোৰাত্ৰ অশৌচৰ নিয়ম আছে। সৰ্ব্বগুণ বিৰহিত ব্ৰাহ্মণৰ পক্ষে দশাহ অশৌচ বিহিত। সপিণ্ডৰ সপ্তম পুৰুষৰ পৰা সিপিনে অশৌচ নেথাকে। কিন্তু সমানোদক ভাব হলে সদাই থাকে। জন্ম-মৃত্যুৰ উভয় অশৌচেই এক নিয়মে পালন কৰাৰ নিয়ম আছে। কেৱল মৃত্যু অশৌচে সপিণ্ডৰ এটাইয়ে অস্পৃশ্য থাকে আৰু মাছ, মাংস, তৈলাদি বৰ্জ্জনীয়। জন্মশৌচে হলে কেৱল মাক বাপেকেই মাথোন অস্পৃশ্য হয়। তাৰ ভিতৰতো মাকৰ দহদিন আৰু বাপেকৰ হলে স্নান কৰিলেই স্পৰ্শনীয় হয়।

---

* মনু সংহিতাৰ পঞ্চম অধ্যায় ৪৮।৪৯।৫০।৫১ শ্লোক দেখা।

পুরুষে কামাধীন হৈ নিজস্ত্রীতে ৰেতঃপাত কৰাত স্নান কৰিলেই শুচি হয়; কিন্তু অপৰ স্ত্ৰীত হলে তিনি দিন অশৌচ থতিব লাগে।

ব্রাহ্মণ যদি গুণবানেই হয়; তথাপি সপিণ্ডর শৱ স্পর্শ কৰিলে দহ অহোৰাত্র অশৌচ, ভুগিব লাগিব।

তিৰোতা বোৰৰ তিনি মাহৰ পৰা ছ মাহৰ ভিতৰত গর্ভস্রাৱ হলে, মাহৰ সমান সংখ্যক অশৌচৰ দিন নির্ণয় হয়। অর্থাৎ তিনি মাহৰ তিনি দিন, চাৰি মাহৰ চাৰি দিন ইত্যাদি।

চুড়াকরণ নোহোৱা লৰাৰ মৃত্যু হলে সপিণ্ড সকলে অহোৰাত্রি-তেই শুদ্ধ হয়। কৃতচুড় হৈ উপনয়নৰ আগে মৈ মৰিলে, তিনি ৰাতি লাগিব। তিনি বছৰৰ কম বয়সীয়া লৰা মৰিলে তাৰ অগ্নিদাহ বা উদক ক্রিয়া কৰিব নেলাগে। গাঁওৰ বাহিৰে নি পুতি বা উদং ঠাইত পেলাই আহিলেই হয়। কিন্তু নামকৰণ হলে বা দাঁত গাজিলে, প্রেতৰ মঙ্গল কাৰণে উদক ক্রিয়াদি কৰা ভাল।

সমানোদক সকলৰ সন্তান জন্মিলে, তিনি ৰাতি অশৌচ হয়। বিয়া দিবলৈ ঠিক্ ঠাক্ হোৱা ছোৱালী মৰিলে স্বামী আৰু বন্ধুবর্গে তিনি ৰাতি অশৌচ থাকিব লাগে। পিতৃ পক্ষৰ লোক সকলেও এইৰূপ অশৌচ থাতি শুদ্ধ হয়।

মৃতাশৌচ কোষৰতে হলে অকৃত্রিম (সন্ধ্যাৰ বা কৰকচ) লোনেৰেঅন্ন ভোজন কৰিব আৰু তিনি দিন গা নিপিহাকৈ নদী প্রভৃতি বেচি নাইবা সোথ থকা পানীত গাধুব লাগে। মাছ মাংস খাব নেলাগে আৰু অকলে শুব লাগে। কিন্তু বিদেশত থকা লোকৰ যদি সপিণ্ড সকলে কেই দিন মান অতীত হোৱত মৰণৰ সম্বাদ পায়; তেন্তে যি কেই দিন বাকী থকাত শুনে; সেই কেই দিন মাথোন অশৌচ থাকিব

লাগে। বিদেশস্থ সপিণ্ডীর: জন্ম অশৌচো এইৰূপ জানিবা। যদি বহুদিন অতীত হোৱাত বাতরি পোৱা যায়; তেন্তে শুনা দিনর পরা তিনি ৰাতি মাত্র অশৌচ হয়। এবছৰ হৈ যোৱাত যদি শুনা যায়; তেন্তে শুনা মাত্রে স্নান করিলেই শুচি হয়। বহুদিন অতীত হলে সমানোদকে নাইবা পুত্রর জনম মরণ শুনিলে, সবস্ত্রে স্নান করিলে শুচি হয়।

অশৌচর ভিতরত যদি আকৌ জনম বা মরণাশৌচ হয়; তেন্তে প্রথম অশৌচর লগতে এই দ্বিতীয় অশৌচো যায়। এক ঘরতে থকা বেদ শাস্ত্রজ্ঞ অপর লোক মরিলে তিনি রাতি অশৌচ হয় কিন্তু এনেকুৱা ৰূপে মূর্খ মরিলে এদিন মাথোন অশৌচ খাতিব লাগিব। যোমাই পুরোহিত, শিষ্য পিতার শহুর প্রভৃতি বন্ধুবর্গর মৃত্যু হলে পক্ষিণী (দুইদিন আরু এরাতি) অশৌচ হয়।

সপিণ্ড মরিলে বা জন্মিলে ব্রাহ্মণে দহ দিন, ক্ষত্রিয়ে বারদিন, বৈশ্যে পোন্ধর দিন আরু শূদ্রই এমাহে শুদ্ধ হব। শূদ্রর উপনয়নর ঠাইত বিবাহেই। অশৌচর দিনব সংখ্যা বেচি কম করা অনুচিত *।

যিবোর তিবোতা পাষণ্ড বিলাকর আশ্রিত্ যিবোর তিরোতাই স্বইচ্ছায় অনেক পুরুষর সহিতে সঙ্গম করে; যি বোরে গর্ভপাত করে; বা করায়, পতিক মারে আরু যি বোরে মদ্ খায় ইইঁতর ঊর্দ্ধদেহিক শ্রাদ্ধাদি ক্রিয়া নাই।

রজার সিংহাসনেই অশৌচর সমান; কিয়নো রজাই সেই আসনত বহি প্রজা সকলক পালন করি থাকে। চন্দ্র, অগ্নি, সূর্য্য, বায়ু,

* শৌতস্মার্ত্ত অগ্নিক্রিয়ার ব্যাঘাট ন করিব। হোমাদি কর্ম্ম করিবর সময় সপিণ্ড হলে ও অশুচি ন হয়।

ইন্দ্র, কুবেৰ, বৰুণ আৰু যম এই আঠদিক্ পালে, ৰজাৰ দেহত অৱস্থিতি কৰে; এই কাৰণে ৰজাৰ অশৌচ্ হবলৈ নোবাৰে। কিয়নো উক্ত লোকপাল সকলৰ নিমিত্তেই পৃথিবীত শৌচাশৌচ্ পালন হয়; এই হেঁতুকে তেওঁলোক সদাই শুচি আৰু এই দেৱতা সকল ৰজাৰ দেহত লিপ্ত থকাৰ কাৰণে ৰজাও শুচি। কেৱল সদ্যা শৌচ্ মাথোন ৰজাৰ বিহিত আছে।

ব্ৰাহ্মণে অশৌচান্তে শ্ৰাদ্ধাদি সম্পন্ন কৰি পানী, ক্ষেত্ৰিয়ে বাহন আৰু ধনুৰ্ব্বান, বৈশ্যে পশু খেদা মাৰি বা লাগাম আৰু শূদ্ৰে ও ক্ৰিয়াদি কৰি মাৰি স্পৰ্শ কৰি শুদ্ধ হব।

অসপিণ্ড মৰিলে তাক দহন বহনাদি কৰি, তিনি ৰাতি অশৌচ্ পালন কৰি শুচি হয়। মাতৃ সম্বন্ধীয় বান্ধব সকলোক দহন কৰিও উক্ত নিয়মে অশৌচ পালন পূৰ্ব্বক শুচি হব। কিন্তু যদি শৱ দহনৰ পিছত মৃত্যু অসপিণ্ড কিম্বা তাৰ সপিণ্ডৰ ঘৰত বসতি নাইবা অন্ন ভোজন কৰে; তেন্তে দশাহ্ অশৌচ লাগিব। তাকে নকৰিলে এ দিন এৰাতিতেই শুদ্ধ হব।

জ্ঞাতি কিম্বা অপৰ হলেও যদি ইচ্ছা কৰি শৱৰ লগত মৰিশালিলৈ যায়; তেন্তে সৱস্ত্ৰে স্নান কৰি, অগ্নিস্পৰ্শ পূৰ্ব্বক ঘিউ খালেই শুদ্ধ হয়।

মানুহে জ্ঞান, তপস্যা, অগ্নি, আহাৰ, মাটি মন, পানী, গোবৰ আদিবে লেপন, বায়ু, সূৰ্য্য, আৰু অৰ্থ শুদ্ধি এই কেইটিবে শুদ্ধ হয়। যেনে;—বিদ্বানে ক্ষমাবে, অকাৰ্য্য কৰা লোকে দান দ্বাৰাই, গুপ্তদ্বাৰে কৃত পাপ পানীবে, বেদজ্ঞ ব্ৰাহ্মণ তপস্যাবে বাহিৰা বস্ত্ৰ আৰু দেহ পানী গোবৰ আদিবে, মলি থকা নদী সোতেবে, মনোদুষ্টা অৰ্থাৎ ইপৰ পুৰুষ সঙ্গমে চ্ছা কৰা তিৰোতা ৰজস্বলা হলে, দ্বিজোত্ত

সকলৰ সন্ন্যাস ধৰ্ম্ম গ্ৰহণ কিম্বা প্ৰবাস দ্বাৰাই, পানীৰে বাহ্য দেহ, সত্য বলে মন বিদ্যা আৰু ঈশ্বৰ চিন্তাৰে জীবাত্মা আৰু জ্ঞানেৰে বুদ্ধিৰ শোধন হৈ থাকে।

—:০:—

# অষ্টাদশ অধ্যায়।

## দ্ৰব্য শুদ্ধি * আৰু শৌচাচাৰদিৰে দেহ পবিত্ৰ ৰখাৰ নিয়ম।

সোণা ৰূপা আদি ধাতু সকল শিলৰ বস্তু. শঙ্খ, মুক্তা ইত্যাদিৰ পাত্ৰ সকল পানী আৰু অগ্নিৰে শুদ্ধ হয়। যেনে সোনা আৰু ৰূপা, পানী আৰু অগ্নিৰে, তাম. কঁাহ, লো, পিতল, ৰাং, সীহৰ পাত্ৰ সকল চাই, টেঙ্গা আৰু পানীৰে শুচি হয়।

ঘিউ তেল আদি জলীয়া বস্তুবোৰ কাউৰী আদিৰে দোষীত হলে বেগত পৰিমাণ তিনি ডালি কুহেৰে লাৰিলে শুদ্ধ হয়।

যজ্ঞ আৰু হৰি সেৱাত ব্যৱহাৰ্য্য কাঁঠৰ দ্ৰব্য বোৰ অপবিত্ৰ হলে ঘিউ কিম্বা তেল ঘহী পিছত তপত পানীৰে ধুই পেলালে শুচি হয়। বেচি ধান বা অনেক কাপোৰ শাক আৰু ফলাদি কোনও

---

* এই দ্ৰব্য শুদ্ধি বিষয়ে আমালোকে সদায় যি বোৰ শাস্ত্ৰ মতে শুদ্ধ কৰি থাকোঁ, সেই বোৰ আকৌ এই পুথিত লেখি পুথিৰ আকাৰ বেচি কৰাৰ কোনো সোকাম নাই দেখি, সেই বোৰ এৰি দি, যি বিলাক অতি লাগতিয়াল আৰু সকলোৱে ক্ৰমে নেজানে, সেইবোৰ মাথোন লেখা হল।

প্ৰকাৰে অশুদ্ধ হলে পানী সিচৰাই দিলে শুচি হয়; কিন্তু অলপ্ হলে ধোৱ লাগিব। ৰেশমি কাপৰ ক্ষাৰ আৰু মাটিৰে, নেপাল দেশিয় কম্বল নিম ফলৰ গুড়াৰে শুচি হয়। ভাত ৰন্ধা খৰিত পানী সিচৰাব আৰু মাটিৰ সাজ্ পুনঃ পুৰিব লাগে। কিন্তু মাটিৰ সাজ্ মদ্, গু, মূত, শ্লেষ্মা ( কফ ), পূজ নাইবা তেজেৰে অপবিত্ৰ হলে পুনঃ শুদ্ধ ন হয়।

যদি কোনো থোৱা বস্তু ভোক্ষ চৰাইয়ে চুৱা কৰে, গৰুৱে সুঙ্গে; উৰা পিন্ধা কাপোৰ কিম্বা ভৰি লাগে, ওপৰত হাঁচি পৰে নাইবা কেশ-পোক আদিয়ে দূষিত কৰে; তেওঁ অলপ্ মাটি পেলাই দিলে শুদ্ধ হয়।

এটি গৰুৰে খালে পিয়াহ গুচে এনে পৰিমাণ পানী যদি ৰং, গন্ধ আৰু ৰস যুক্ত ন হয় সি শুদ্ধ। আৰু যি বস্তু বিকিবলৈ হাট্ বাজাৰে ওলায় তাক যদি অনেকে স্পৰ্শও কৰে, তথাপি শুদ্ধ। কাউৰী প্ৰভৃতি চৰাইবোৰে গছৰ পৰা ঠোঁটেৰে ঠুকি পেলোৱা গছৰ ফল শুচি, মৃগ মৰাৰ সময় কুকুৰৰ মুখ শুচি; আৰু পশু পক্ষী কুকুৰে মাৰিলে তাৰ মাংস শুচি; আকৌ চণ্ডাল আদি হীন জাতিৰ ব্যাধে মাৰি যি মাংস আনে সিও শুচি।

নাইৰ ওপৰে যি বোৰ ইন্দ্ৰিয় আছে, সেই সমুদাই পবিত্ৰ; কিন্তু নাইৰ পৰা তলে থি বোৰ ইন্দ্ৰিয় আছে সিবোৰ এটাইয়ে অপবিত্ৰ, এতেকে সিবোৰ ইন্দ্ৰিয় স্পৰ্শ কৰিলে অশুচি হয় আৰু শৰীৰৰ পৰা ওলোৱা মল বিলাকো অপবিত্ৰ জানিবা।

যি বোৰ দ্বাৰে মল-মূত্ৰ ওলায় তাক মাটি আৰু পাণীৰে শুদ্ধ কৰিব। আৰু চৰ্ব্বি ( তেল ), বীৰ্য্য, তেজ, মস্তিস্ক; বিষ্ঠা, মূত, নাকৰ মল, সেপ্, চকুৰ মল আৰু ঘাম্ (এই চাৰিটি শৰীৰৰ মল) এই এটাইকে পাণী আৰু মাটিৰে শুচি কৰিব। ইয়াৰ ভিতৰত প্ৰথম ছয় বিধ মাটি আৰু পাণী উভয়ৰে আৰু শেষৰ ছয়টি কেৱল পাণীৰেই শুচি কৰিব।

যি লোকে পবিত্র হৈ থাকি বলৈ ইচ্ছা কৰে, তেওঁ মূত্ৰাশৌচে লিঙ্গে এবাৰ; বাম হাতে ৩ বাৰ তাৰ পিছে আকৌ দুই হাতে দুবাৰকৈ মাটি পাণী লব। মৈথুনৰ পিছত ইয়াৰ দুগুণ। মৈথুনৰ পিছত মূত্ৰ ত্যাগ কৰিলে মূত্ৰাশৌচৰ চাৰি গুণ। মল ত্যাগান্তে লিঙ্গে এবাৰ, গুহ্যে তিনিবাৰ, বামহাতে দহবাৰ; আকৌ উভয় হাতে সাত্ সাত্ বাৰ আৰু দুইও ভৰিত ছয় বাৰকৈ পাণী সহিতে মাটিলব।* এই নিয়ম গৃহবাসী সকলোৰ পক্ষে বিধবাৰপক্ষে ইয়াৰ দুগুণ; সতী, বৈষ্ণৱ, ব্ৰহ্মৰ্ষি আৰু ব্ৰহ্মচাৰিৰ পক্ষে ইয়াৰ চাৰিগুণ, বাণপ্ৰস্থী আৰু উদাশীনৰ পক্ষে তাৰ ছয় গুণ, যতীসন্ন্যাসীৰ পক্ষে তাৰ আঠগুণ জানিব।

মল-মূত্ৰ ত্যাগৰ পিছত শুদ্ধহৈ আচমন কৰি, ইন্দ্ৰিয়চ্ছিদ্ৰ বিলাক স্পৰ্শ কৰিব। বেদ শাস্ত্ৰাদি পঢ়িবৰ সময় আৰু অন্ন ভোজন কৰিও সদাই এই ৰূপে আচমন কৰিব। আচমন কালে তিনি বাৰ জলপান আৰু দুবাৰ মুখ মাৰ্জন কৰিব লাগে। স্বধৰ্ম্ম পৰায়ণ শাস্ত্ৰজ্ঞ শূদ্ৰে মাহে মাহে কেশ মুণ্ডন কৰিব,জনম মৰণে বৈশ্যৰ ন্যায় অশৌচ্ পালন কৰিব। আৰু ব্ৰাহ্মণৰ অৱশিষ্ট ভোজন কৰিব।

যেনেং—শূদ্ৰানাং মাসিকং কাৰ্য্যবপনং ন্যায় বৰ্ত্তিনাম্।
বৈশ্যবচ্ছৌচ্কল্পশ্চ দ্বিজোচ্ছিষ্টঞ্চ ভোজনম্ ॥ ১৪ ॥

( ইতি মনুঃ অঃ )

---

* (১) বৈষ্ণৱ ধৰ্ম্মাবলম্বীৰ ভিতৰত কাৰো কাৰো মতে ইয়াতকৈ বেচি পৰিমাণে মাটি-পানী লোৱাৰ নিয়ম আছে। বাহুল্য হেতু ইয়াত লেখা নহল।

(২) উইঁৰ মাটি, ইন্দুৰৰ মাটি, অন্তৰ্জ্জল মাটি, হালত উঠা মাটি, দুবৰি বনৰ গুৰিৰ মাটি, শস্য স্থানৰ, গুৱা ঠাইৰ, চাৰি আলিৰ মুৰৰ বাগিছাৰ মাটি, গৰুৰ বাটৰ আৰু গৰু চৰোৱা পথাৰৰ মাটি এই সমস্ত ঠাইৰ মাটি, মাটি পানীত ব্যবহাৰ কৰিব নে লাগে।

মুখৰ পৰা পাণী কণা ওলাই গাত পৰিলে, তাত গা চুৱা নেযায়, শ্মশ্রু (ডাঢ়ি-গোঁফ) মুখত সোমালে আৰু উলিয়া বলৈ যত্ন কৰিও উলিয়াব নোৱাৰা দাঁতৰ মাজত থকা অন্নাদিৰ পৰা চুৱা নহয়। আনক মুখ ধুবলৈ ঢালি দিবাৰ সময় যদি পানী চিটা ভৰিত বা গাত পৰে তাতও চুৱা নহয়। কেইবা বেলি গা চলিলে বা বাঁতিয়ালে গা ধুই ঘিউ খালে আৰু ভাতগ খোৱাৰ পিছত বাঁতিয়ালে আচমন কৰিলেই শুদ্ধ হয়।

টোপনিৰ পৰা উঠি, হাচিয়াই, খহি উঠি খেকাৰ পেলাই, মিছা কথা কৈ আৰু ক্ষুদ্র ভোজন কৰি, বেদাদি শাস্ত্র পঢ়িব লাগিলে আচমন কৰিহে পঢ়িব লাগে।

---

# ঊনবিংশ অধ্যায়।

## স্ত্রীধৰ্ম্ম।

তিৰোতা বোৱৰ বয়সানুসাৰে ছোৱালী, গাভৰু আৰু বৃদ্ধ এই তিনি কাল বিভাগ আছে। এই তিনি ও কালৰ কোনো সময়ে নিজ ঘৰত থাকি, কোনও কাম স্বাধীন ভাবে কৰা উচিত নহয়। স্ত্রীলোক ছোৱালীতে পিতৃৰ বশে, গাভৰু কালত স্বামীৰ বশে আৰু স্বামী মৰিলে বৃদ্ধকালে পুত্রৰ বশে থাকিব; কিন্তু কেতিয়াও স্বাধীন হৈ নে থাকিব। স্বাধীন হৈ থাকিলেই তিৰোতাই পিতৃ-মাতৃ উভয় কুলকে দূষিত কৰে।

যি লোকে পবিত্র হৈ থাকি বলৈ ইচ্ছা কৰে, তেওঁ মূত্ৰাশৌচে লিঙ্গে এবাৰ; বাম হাতে ৩ বাৰ তাৰ পিছে আকৌ দুই হাতে দুবাৰকৈ মাটি পাণী লব। মৈথুনৰ পিছত ইয়াৰ দুগুণ। মৈথুনৰ পিছত মূত্ৰ ত্যাগ কৰিলে মূত্ৰাশৌচৰ চাৰি গুণ। মল ত্যাগান্তে লিঙ্গে এবাৰ, গুহ্যে তিনিবাৰ, বামহাতে দহবাৰ; আকৌ উভয় হাতে সাত্ সাত্ বাৰ আৰু দুইও ভৰিত ছয় বাৰকৈ পাণী সহিতে মাটিলব।*
এই নিয়ম গৃহবাসী সকলোৰ পক্ষে বিধবাৰপক্ষে ইয়াৰ দুগুণ; সতী, বৈষ্ণৱ, ব্ৰহ্মৰ্ষি আৰু ব্ৰহ্মচাৰিৰ পক্ষে ইয়াৰ চাৰিগুণ, বাণপ্ৰস্থী আৰু উদাশীনৰ পক্ষে তাৰ ছয় গুণ, যতীসন্ন্যাসীৰ পক্ষে তাৰ আঠগুণ জানিব।

মল-মূত্ৰ ত্যাগৰ পিছত শুদ্ধহৈ আচমন কৰি, ইন্দ্ৰিয়চ্ছিদ্ৰ বিলাক স্পৰ্শ কৰিব। বেদ শাস্ত্ৰাদি পঢ়িবৰ সময় আৰু অন্ন ভোজন কৰিও সদাই এই ৰূপে আচমন কৰিব। আচমন কালে তিনি বাৰ জলপান আৰু দুবাৰ মুখ মাৰ্জন কৰিব লাগে। স্বধৰ্ম্ম পৰায়ণ শাস্ত্ৰজ্ঞ শূদ্ৰে মাহে মাহে কেশ মুণ্ডন কৰিব, জনম মৰণে বৈশ্যৰ ন্যায় অশৌচ্ পালন কৰিব। আৰু ব্ৰাহ্মণৰ অৱশিষ্ট ভোজন কৰিব।

যেনেং—শূদ্ৰানাং মাসিকং কাৰ্য্যবপনং ন্যায় বৰ্ত্তিনাম্।
বৈশ্যবচ্ছৌচ্কল্পশ্চ দ্বিজোচ্ছিষ্টঞ্চ ভোজনম্ ॥ ১৪ ॥
( ইতি মনুঃ অঃ )

---

* (১) বৈষ্ণৱ ধৰ্ম্মাবলম্বীৰ ভিতৰত কাৰো কাৰো মতে ইয়াতকৈ বেচি পৰিমাণে মাটি-পানী লোৱাৰ নিয়ম আছে। বাহুল্য হেতু ইয়াত লেখা নহল।

(২) উইঁৰ মাটি, ইন্দুৰৰ মাটি, অন্তৰ্জ্জল মাটি, হালত উঠা মাটি, দুবুৰি বনৰ গুৰিৰ মাটি, শস্য স্থানৰ, গুৱা ঠাইৰ, চাৰি আলিৰ মুৰৰ বাগিছাৰ মাটি, গৰুৰ বাটৰ আৰু গৰু চৰোৱা পথাৰৰ মাটি এই সমস্ত ঠাইৰ মাটি, মাটি পানীত ব্যবহাৰ কৰিব নে লাগে।

মুখৰ পৰা পানী কণা ওলাই গাত পৰিলে, তাত গা চুৱা নেযায়, শ্মশ্রু (ডাঢ়ি-গোঁফ) মুখত সোমালে আৰু উলিয়া বলৈ যত্ন কৰিও উলিয়াব নোৱাৰা দাঁতৰ মাজত থকা অন্নাদিৰ পৰা চুৱা নহয়। আনক মুখ ধুবলৈ ঢালি দিবাৰ সময় যদি পানী চিটা ভৰিত বা গাত পৰে তাতও চুৱা নহয়। কেইবা বেলি গা চলিলে বা বাঁতিয়ালে গা ধুই ঘিউ খালে আৰু ভাতগ খোৱাৰ পিছত বাঁতিয়ালে আচমন কৰিলেই শুদ্ধ হয়।

টোপনিৰ পৰা উঠি, হাচিয়াই, খহি উঠি খেকাৰ পেলাই, মিছা কথা কৈ আৰু ক্ষুদ্ৰ ভোজন কৰি, বেদাদি শাস্ত্ৰ পঢ়িব লাগিলে আচমন কৰিহে পঢ়িব লাগে।

---

# ঊনবিংশ অধ্যায়।

## স্ত্ৰীধৰ্ম্ম।

তিৰোতা বোৰৰ বয়সানুসাৰে ছোৱালী, গাভৰু আৰু বৃদ্ধ এই তিনি কাল বিভাগ আছে। এই তিনি ও কালৰ কোনো সময়ে নিজ ঘৰত থাকি, কোনও কাম স্বাধীন ভাবে কৰা উচিত নহয়। স্ত্ৰীলোক ছোৱালীতে পিতৃৰ বশে, গাভৰু কালত স্বামীৰ বশে আৰু স্বামী মৰিলে বৃদ্ধকালে পুত্ৰৰ বশে থাকিব; কিন্তু কেতিয়াও স্বাধীন হৈ নে থাকিব। স্বাধীন হৈ থাকিলেই তিৰোতাই পিতৃ-মাতৃ উভয় কুলকে দূষিত কৰে।

তিৰোতা বোৰে সদাই প্ৰসন্ন মনে কাল কটাব, গৃহস্থালী কামত পাৰগ হব, ঘৰৰ বস্তু বাহানীবোৰ পৰিকাৰ আকৌ যথাস্থানে সজাই ৰাখিব আৰু কিছু ব্যয় কুণ্ঠিত হব। বাপেক, ভায়েক আদিয়ে যাক ধৰ্ম্মতঃ দান কৰিছে, সেই স্বামীক জীবিত থকা কালত সেৱা শুশ্ৰূষা কৰা আৰু মৰিলেও তেওঁক উলঙ্ঘন নকৰি ব্যাভিচাৰিণী নোহোৱা তিৰোতাৰ প্ৰধান ধৰ্ম্ম আৰু কৰ্ত্তব্য কাম।

বিয়াৰ সময় যি বোৰ পূণ্যাহ বচন আৰু প্ৰজাপতি দেৱতাৰ উদ্দেশে হোম কৰা হয়, সি কেৱল স্বামী-স্ত্ৰী দুইৰো মঙ্গলৰ নিমিত্তে হে। আকৌ বিয়াত যি বাক্যদান কৰা হয়, তাৰ পৰা স্ত্ৰীৰ ওপৰত স্বামীৰ সম্পূৰ্ণ স্বামিত্ব জন্মে। পতিয়ে ঘৈণীৰ ইহকাল পৰকাল দুইও কালৰে সুখ দাঁতা। দুষ্ট, পৰদাৰ পৰায়ণ, বিদ্যাদি কোনো গুণ নথকা পতিকো অবহেলা নকৰি; স্ত্ৰীয়ে সদায় দেৱতাৰ নিচিনা সেৱা কৰিব। তিৰোতাৰ পতিৰ বাহিৰে আন কোনো যজ্ঞ নাই; পতিৰ বিনা আদেশে ব্ৰত আৰু উপবাশ নাই, কেৱল পতি সেবাৰ দ্বাৰাই স্ত্ৰীলোকে স্বৰ্গলৈ যায় *। তিৰোতা বোৰ মহা কল্যাণকৰ আৰু মাঙ্গাৰ্হ। গৃহত শ্ৰী আৰু স্ত্ৰী এই দুইৰ ভিতৰত একো প্ৰভেদ নাই; অৰ্থাৎ স্ত্ৰীয়েই লক্ষ্মীস্বৰূপা।

স্বামী জীয়াই থাকক কিম্বা মৃত্যুই হওক স্ত্ৰীয়ে পতিলোক পাবৰ কামনা কৰি, কেতিয়াও তাৰ অপ্ৰিয়াচৰণ নকৰিব। পতি মৰিলে স্ত্ৰীয়ে ক্লেশ সহি, অৰ্থাৎ মধু, মাংস, মৈথুনাদি পৰিত্যাগ কৰি; কেৱল নিৰামিষ আৰু ফল-মূল ভোজন ক্ৰমে দেহত্যাগ কৰিব; আৰু কেতিয়াও পতি নথকাৰ কাৰণে পৰপুৰুষৰ নামো নলব। সন্তান লাভ নোহোৱাতে স্বামীৰ মৃত্যু হলেও সতীস্ত্ৰীসকলে কেৱল উক্তৰূপ ব্ৰহ্মচৰ্য্যবলে স্বৰ্গলৈ যাব পাৰে। যিবোৰ স্ত্ৰীয়ে সন্তানৰ কাৰণে স্বামীক অবজ্ঞা কৰি ব্যভিচাৰিণী হয়, তাই নিশ্চয় ইহকালে অনেক ৰোগগ্ৰস্ত

আৰু নিন্দনীয় হয় আৰু পৰকালে পতিলোকৰ পৰা পতন হৈ অশেষ পাপ্ ভোগ কৰে। স্বামীত্ বাহিৰে অপৰ পুৰুষৰ পৰা ওপজোৱা পুত্ৰে তিৰোতাৰ, আৰো সহধৰ্ম্মিণীত্ বাহিৰে অপৰৰ তিৰোতাত্ ওপজোৱা সন্তানে পুৰুষৰ কোনো ফল নহয়। শাস্ত্ৰ কৰ্ত্তা সকলে এনেকৈ ওপজোৱা পুত্ৰক পুত্ৰ বুলি স্বীকাৰ কৰা নাই।

কোনো শাস্ত্ৰে সাধ্বী সকলৰ দ্বিতীয় ভৰ্ত্তা গ্ৰহণৰ উপদেশ দিয়া নাই। নিজৰ পতি নিৰ্দ্ধনী, ৰূপ—গুণ নাই বুলি ঘৃণা কৰি, যি স্ত্ৰীয়ে তাক পৰিত্যাগ কৰি, অপৰ যি উৎকৃষ্ট পুৰুষৰ আশ্ৰিত্ হয়; তাই ইহলোকে নিন্দনীয় হয় আৰু পৰকালে শৃগাল যোনিত জন্ম ধৰে আৰো নানা প্ৰকাৰ পাপে আক্ৰান্ত হৈ অতিশয় পীড়া ভোগ কৰে।

যি বোৰ তিৰোতাই কায়-মনো-বাক্যে স্ত্ৰীধৰ্ম্মেতে থাকি কাল কটায় তাই ইহকালত পৰম কীৰ্ত্তি লাভ কৰে আৰু মৰিও পতিলোকে গমন কৰে।

শাস্ত্ৰৰ মৰ্ম্ম এই যে স্ত্ৰীজাতিৰ জাতকৰ্ম্ম, স্মৃতি আৰু বেদাদি ধৰ্ম্ম শাস্ত্ৰ আৰু কোনা মন্ত্ৰত্ অধিকাৰ নাই।

—:o:—

# বিংশ অধ্যায়।

## স্ত্ৰী সম্বন্ধে পুৰুষৰ কৰ্ত্তব্য কাম; আৰু পুত্ৰোৎপাদন।

স্ত্ৰীজাতি সৰ্ব্বদায় যত্নেৰে ৰক্ষণীয়, কাৰণ কুসঙ্গাদি যোগে স্ত্ৰীৰ চৰিত্ৰাদি বেয়া হলে, সেই স্ত্ৰী পিতৃ-ভৰ্ত্তৃ (স্বামী) উভয় কুলকেই সন্তাপৰ

কাৰণ হয়। ভাৰ্য্যা ৰক্ষণ ধৰ্ম্ম সকলো ধৰ্ম্ম তকৈ শ্ৰেষ্ঠ। বলী—নিৰ্ব্বলী, কণা খোঁৰা সকলোৱে নিজৰ নিজৰ ভাৰ্য্যা ৰক্ষা কৰিবলৈ যত্নত্ থকা উচিত। যি মানুহে ভাৰ্য্যাক সুৰক্ষণ কৰিবলৈ সবিশেষ যত্ন কৰে, সি তাৰ পৰা নিজ বংশ পৰম্পৰা, আত্মচৰিত্ৰ আৰু ধৰ্ম্ম সমস্তকে ৰক্ষা কৰে। পতি ভাৰ্য্যাৰ গৰ্ভত প্ৰবেশ কৰি, গৰ্ভৰ পৰা আকৌ পুত্ৰৰূপে জন্ম গ্ৰহণ কৰে। যায়াৰ পৰা পুণৰ্জন্ম হয় বুলিয়েই জায়াৰ "জায়াত্ব" (যেনে ;—"যস্যাং স্বামীঃ স্বয়ং জায়াতে ইতি জায়া")। পত্নী যেনেকুৱা ভৰ্ত্তাক ভজনা কৰে, ঠিক্ তেনেকুৱা পুত্ৰই জন্মায়। এই নিমিত্তে সৎপুত্ৰ লাভাৰ্থে ভাৰ্য্যা অতি যত্নেৰে ৰক্ষণীয়া। কোনোৱে কেতিয়াও বলেৰে ভাৰ্য্যাক ভালে ৰাখি বলৈ সমৰ্থ নহয় ; তথাপি ৰক্ষা কৰিবৰ সহজ উপায় এই যে, পত্নীক অৰ্থ সংগ্ৰহ আৰু ব্যয় কৰাৰ ভাৰ, নিজৰ শৰীৰ ঘৰৰ বস্তু বাহাণী বোৰ ৰক্ষা কৰা আৰু পৰিষ্কাৰ ৰখা, ঘৰৰ কাম কাজ বোৰত নজৰ ৰখা, খোৱা বস্তু প্ৰস্তুত্ কৰা প্ৰভৃতি কামত্ সদাই তিৰোতাক নিয়োজিত্ ৰখা উচিত। কিন্তু যি স্ত্ৰীয়ে নিজে নিজৰ আত্ম মৰ্য্যদা ৰাখিবৰ যত্নৱতী নহয়, তাক স্বামী বৰ্গে উক্ত কামাদিত নিয়োজিত কৰিও ৰক্ষা কৰা কঠিন। তথাপি উক্ত কামাদিত নিয়োজিত কৰিলে স্ত্ৰী সকলে আনন্দ মনে থাকি। মনক সংযমে ৰাখিবৰ সম্ভৱ। আৰু এই বোৰ উপায় দ্বাৰাই অনেক স্ত্ৰীৰ চৰিত্ৰ ভাল হোৱাও দেখা গৈছে। মূল কথা এই যে যি বোৰ স্ত্ৰীয়ে নিজে নিজৰ মৰ্য্যাদা ৰক্ষাত্ যত্নৱতী থাকে, তাক কোনোৱে ৰক্ষা কৰিব নেলাগে, সি নিজেই ভালে থাকিব।

তিৰোতা বোৰে ৰূপ আৰু বয়সৰ কোনো বিচাৰ নকৰে, সুৰূপেই হওক বা কুৰূপেই হওক, পুৰুষ পালেই তাৰ লগত সম্ভোগ কৰে। পুৰুষ দেখিলেই তাহাঁতৰ সম্ভোগ কৰি বলৈ ইচ্ছা হয় তাহাঁত সদাই

চঞ্চল্ স্নেহশূন্য * এই কাৰণে শত চেষ্টাতো দুষ্টা স্ত্ৰীয়ে স্বামীৰ বিৰুদ্ধে ব্যাভিচাৰ কৰি থাকে।

যেনে,—"নৈত্যরূপং পরীক্ষন্তে নাসাং বয়সি সংস্থিতিঃ।
সুরূপং বা বিরূপং বা পুমা নিত্যেব ভুঞ্জতে ॥১৪॥
পৌশ্চল্যাচ্চল চিত্তাচ্চ নৈস্নেহ্যাচ্চ স্বভাবতঃ।
রক্ষিতা যত্নতোঽপীহ ভর্ত্তৃদেতা বিভুর্ব্বতে ॥ ১৫ ॥
( ইতি মনুঃ নঃ অঃ )

পৰমেশ্বৰ স্ত্ৰী জাতিক এই স্বভাবী কৰিয়েই সৃজন কৰিছে। এতেকে চলে বলে কৌশলে যি প্ৰকাৰেই হওক স্ত্ৰীক ভালে ৰাখি বলৈ যত্ন কৰা নিতান্ত উচিত।

যেনে ;—এবং স্বভাবং জ্ঞাত্বাসাং প্রজাপতি নিসর্গজম্।
পৰমং যত্নমাতিষ্ঠেৎ পুৰুতো ৰক্ষণংপ্রতি। ॥ ১৬ ॥
( ইতি মনুঃ নঃ অঃ )

নদীৰ পাণী যি ৰূপে সাগৰৰ সহিতে মিলি লোনা হয়, সেই ৰূপে স্ত্ৰী বোৰেও যেনেকুৱা সাধু-অসাধু পুৰুষৰ সহিতে বিহাৰ সূত্ৰে মিল হয়, সেইৰূপ গুণ বিশিষ্ট হয়। যেনে নিকৃষ্ট কুলত জন্ম লৈ "অক্ষমালা" "পক্ষিণী-সাৰঙ্গী" আৰু সত্যৱতী ক্ৰমান্বয়ে ঋষি "বশিষ্ট" "মন্দপাল" আৰু "সান্তানু" ৰজাৰ লগত ভাৰ্য্যাৰূপেমিলি পৰম মান্যা আৰু ধৰ্ম্মিষ্ঠা হৈ জগতত সতী নামে খ্যাত্ হৈ গৈছে।

---

* যি বোৰ স্ত্ৰী ধৰ্ম্ম লেখা হল, এই বোৰ গুণ, সতী স্ত্ৰীত্ ভিন্ন অপৰৰ গাত নে থাকে।

* কুলতা স্ত্ৰীয়ে তাইৰ নিজ স্বামীক মৰম নকৰে।

নাৰী ভূমি স্বৰূপ, পুৰুষ বীজস্বৰূপ; ভূমি আৰু বীজ উভয় সংযোগে শৰীৰ উৎপন্ন হয়। যেনে কৈ ভূমি আৰু বীজ উভয়ৰ গুণ সমান হলে, উত্তম শস্য উৎপন্ন হয়; সেইৰূপে ভাৰ্য্যা-স্বামী উভয়ে সমান হলে, তাহাঁতৰ সহবাসে যি সন্তান জন্মে সি অতিশয় উত্তম হয়। এই ঠাইত দেখা যায় যে বীজৰ শক্তি ভূমিতকৈ বেচি। যেনেকৈ ধান পেলালে ধান হে হয়, অন্য মাহ, তিল আদি শস্য নহয় আৰু যি লোকে ভূমি চাহ কৰি বীজ্ পেলায় সিহে এই শস্যৰ অধিকাৰী হয়, সেই ৰূপে সেই পুৰুষৰ নিচিনাই সন্তান হয় * আৰু স্বামীয়েই সন্তানৰ অধিকাৰী হয়।

জ্ঞানীলোকে আৰু দীৰ্ঘায়ু হবলৈ ইচ্ছা কৰা পুৰুষ সকলে আনৰ ক্ষেত্ৰত বীজ নুৰুব। কিয়নো যেনেকৈ মৃগৰ পূৰ্ব্বচিকাৰীয়ে শৰে বিন্ধা পশুক আকৌ অপৰ চিকাৰীয়ে শৰেৰে বিন্ধিলে তাৰ সেই শৰ নিষ্ফল হয়, সেই ৰূপে অপৰৰ ভাৰ্য্যাত সহবাস কৰিলে যদি সন্তান জন্মে; তেন্তে তাৰ নহৈ সেইস্ত্ৰীৰ নিজ পতিৰেই ঐহিক কালৰ নিমিত্ত হয়।

যেনে ;—অত্ৰগাথা বায়ুগীতা কীৰ্ত্তয়ন্তি পুৰাবিদঃ।
যথা বীজং ন বপ্তব্যং পুংসা পৰপৰিগ্ৰহে ॥ ৪২ ॥
নশ্যতষুৰ্যথা বিদ্ধঃখে বিদ্ধমনু বিধ্যতঃ।
তথা নশ্যাতি বৈ ক্ষিপ্ৰং বীজং পৰপৰিগ্ৰহে ॥ ৪৩ ॥
( ইতিং মনুঃ নঃ অঃ )

---

* স্ত্ৰী পুৰুষ সঙ্গম কালে উভয়ৰে বীজ্ স্খলিত হয়। তেতিয়া যাৰ বীজ বেচি হয়, সেই জাতি সন্তান জন্মে অৰ্থাৎ মুনিহৰ বেচি হলে লৰা আৰু সেই লৰাৰ আকৃতি প্ৰকৃতি সেই পুৰুষৰ নিচিনা আৰু তিৰোতাৰ বিৰ্য্য বেচি হলে ছোৱালী হয় আৰু আকৃতি প্ৰকৃতি তিৰোতা জনীৰ নিচিনা হয়। কিন্তু লৰাই হওক কি ছোৱালীয়েই হওক স্বত্ব হলে মুনিহৰেই

পূৰ্ব্বে বিধাতাৰ দ্বাৰাই এই নিয়ম হৈছে যে, স্বামীৰ সহিতে ভাৰ্য্যাৰ যি সম্বন্ধ, সি কেতিয়াও দান বিক্ৰি বা পৰিত্যাগ আদিৰে লোপ না পায়।

যেনে ;—ন নিষ্ক্ৰয়বিসৰ্গাভ্যাং ভৰ্ত্তুৰ্ভাৰ্য্যা বিমুচ্যতে !
এবং ধৰ্ম্মং বিজানীমঃ প্ৰাকপ্ৰজাপতিনিৰ্ম্মিতম্ ॥ ৪৬ ॥
( ইতি মনুঃ নঃ অঃ )

যদি স্বামী কোনো কাৰণে অনেক দিন থাকি বলৈ বিদেশে যাবলগা হয়, তেন্তে ভাৰ্য্যাৰ পুহপালনৰ উপায় কৰি যোৱা উচিত। কিয়নো জীবিকা নিৰ্ব্বাহৰ উপায় নেপাই সচ্চৰিত্ৰা, ধৰ্ম্মনিষ্ঠা স্ত্ৰীও কুপথে যাবলৈ পাৰে। তেতিয়া স্ত্ৰীৰো উচিত যে সূতাকাটি কিম্বা অন্যান্য শিল্প কামেৰে জীবিকা নিৰ্ব্বাহ কৰিব। তথাপি যেন কুপথে নেযায়।

পতি ধৰ্ম্ম কামৰ নিমিত্তে বিদেশলৈ গলে পত্নীয়ে আঠ বছৰ পৰ্য্যন্ত পতিৰ অপেক্ষা কৰিব। বিদ্যাৰ্জ্জন বা যশস্যা লাভৰ কাৰণে গলে ছয়, আৰু ইন্দ্ৰিয় উপভোগাৰ্থে গলে তিনি বছৰ স্ত্ৰীয়ে তাৰ প্ৰতিক্ষা কৰিব। তাৰ পিছত পোহ-পালৰ নিমিত্তে সৎলোকৰ আশ্ৰয় লবগৈ।

যেনে;—প্ৰোষিতো ধৰ্ম্মকাৰ্য্যাৰ্থং প্ৰতীক্ষ্যোঽষ্টৌনৰঃসমাঃ
বিদ্যাৰ্থং ষড় যশোহোৰ্থং বা কামাৰ্থংত্ৰীংস্তুবৎসৰান ॥ ৭৬
( ইতি মনুঃ পঃ অঃ )

যদি স্বামীৰ অহিতাচৰণ পূৰ্ব্বক ভাৰ্য্যা স্থানান্তৰে যায়, তেন্তে স্বামীয়ে এবছৰ কাল অপেক্ষা কৰিব পাৰে। কিন্তু যদি তাৰ পিছতো

সেই স্বভাৱ নেৰে; তেন্তে তাই অলঙ্কাৰাদি সম্পত্তি কাঢ়ি লৈ তাইক ত্যাগ কৰিব।

যেনে ;—সংবৎসৰং প্ৰতিক্ষেত দ্বিষন্তীং যোষিতং পতি।
উৰ্দ্ধং সংবৎসৰাৎ ত্বেনাংদায়ংহৃত্বা ন সংবসেৎ ॥ ৭৭ ॥

( ইতি মনু নঃ অঃ )

স্ত্ৰী যদি খঙৰ অধীন হৈ ঘৰৰ পৰা ওলাই যাবলৈ উদ্যত হয় কিম্বা ওলায় যায় তেন্তে তাইক অবিলম্বে বন্ধন কৰিব কিম্বা আত্মীয় পৰিবাৰ সকলৰ সাক্ষাতে পৰিত্যাগ কৰিব।

যেনে ;—অধিবিন্নাত যা নাৰী নিৰ্গচ্ছেদ্ৰুষিতা গৃহাৎ।
সা সদ্যঃ সন্নিৰোদ্ধব্যা ত্যাজ্যা বা কুলসন্নিধৌ ॥ ৮৬ ॥

( ইতি মনু নঃ অধ্যায় )

যদি গুণবান বৰনোপোৱাৰ কাৰণে বিয়া নিদিয়াকৈ কন্যা ঋতুমতী হয়, তেন্তে তিনি বছৰ পৰ্য্যন্ত অপেক্ষা কৰি কন্যায় নিজে বৰ নিৰ্ব্বাচন কৰি লব। এই বিষয় কন্যাৰ কোনো দোষ নাই। আৰু বাপেক ভায়েক অদিয়ে তাৰ গাধন লব নোৱাৰে। কিন্তু কন্যায়েও কোন ৰূপ বস্তু কিম্বা অলঙ্কাৰাদি নিব নোৱাৰে যদি নিয়ে তেন্তে চোৰ বুলি গণ্য হব ( মনুঃ নঃ অঃ ৯০।৯১।৯২ শ্লোক চোৱা )

কন্যাৰ গাধন প্ৰকাশে কিম্বা গোপন কৈ ললেও মহাপাপ, এতেকে এই নিয়ম কোনো কন্যা গ্ৰহণকাৰীয়ে নকৰিব। ( উক্ত ৯৮।৯৯।১০০ )

—:•:—

# একোণবিংশ অধ্যায়ঃ।

## শেষাৱস্থা (কেৱল ধৰ্ম্ম)

সত্য, ত্ৰেতা, দ্বাপৰ এই তিন যুগৰ লোক সকলে গৃহস্থাশ্ৰম ধৰ্ম্ম যথা বিধিমতে প্ৰতিপালন কৰি, শেষাৱস্থায় বানপ্ৰস্থ ধৰ্ম্মৰ অনুষ্ঠান, কৰিছিল। কিন্তু বৰ্ত্তমান কলি যুগৰ লোক সকলে এই নিয়ম প্ৰতিপালন কৰা প্ৰায় দেখিবলৈ পোৱা নেযায়। অন্যান্য দেশত এই ধৰ্ম্ম ঠাই বিশেষে থাকিবও পাৰে; কিন্তু আমাৰ এই আসাম দেশত সমুলি নাই বুলিলেও ৰবকৈ বঢ়ায় কোৱা নহয়। অনুমান দ্বাৰাই বুজা যায় পৰমেশ্বৰে এই বানপ্ৰস্থ ধৰ্ম্মৰ সলনি আমাৰ দেশত উদাসীন (কেৱলীয়া) ধৰ্ম্ম প্ৰবৰ্ত্তন কৰিবলৈ নিয়ম কৰি দিছে। সেই দেখি এই কেৱল ধৰ্ম্মৰে নিয়ম প্ৰণালী যথাসাধ্য এই পুথিত অল্প লেখা হল।

নিয়মানুযায়ী বেদ শাস্ত্ৰ অধ্যয়ন কৰি, ধৰ্ম্মানুসাৰে পুত্ৰ জন্মাই, শক্তিঅনুসাৰে দেৱ-পিতৃ কাৰ্য্য কৰি, লোক সকলে পিছত মোক্ষলৈ মন দিয়া কৰ্ত্তব্য।

গৃহস্থ যেতিয়া দেখিব যে নিজৰ গাৰ ছাল্ অস্থিৰ হৈছে, চুলিধুৱলীয়া হৈছে, আৰু পুত্ৰৰ সন্তান জন্মিছে; তেতিয়া তেওঁ কোনো শত্ৰত্ (যি ঠাইত সদাই পৰমেশ্বৰৰ নাম কীৰ্ত্তনাদি হৈ থাকে) বাস কৰিবগৈ। তেওঁ নিজে যত্ন কৰি যি বোৰা মূল্যবান বস্তু আৰু থোৱা বস্ত, গৰু, ঘোঁৰা, শয্যাদি পৰিত্যাগ কৰি, আৰু পত্নীকো পুত্ৰক সমৰ্পণ কৰি উক্ত ঠাইত গৈ বাস কৰিব। সত্ৰত্ এনেক একান্ত ভকত বাস কৰি থাকে, তেওঁ লোকৰ সঙ্গত থাকি, ঈশ্বৰ চিন্তাত মন নিবেশ পুৰ্ব্বক সদাই সদালাপে দিন নিয়াৰ লাগে।

শৌচ—সদাচাৰ ( শাস্ত্ৰ আৰু দেশাচাৰ মতে দেহ শুদ্ধি ) ইন্দ্ৰিয় নিগ্ৰহ ( নিজ নিজ বিষয়ৰ পৰা ইন্দ্ৰিয় সকলক নিবৃত্তি কৰা ) ধী ( সংশয় নিবাৰণ কৰি জ্ঞান লাভ কৰা অৰ্থাৎ জ্ঞানী আৰু গুৰুৰ মুখে জ্ঞান লভা ) বিদ্যা, আত্মজ্ঞান, সত্য আৰু অক্ৰোধ ( খঙৰহিত ) এই দহোটি ধৰ্ম্মৰ লক্ষণ। এই দহোটি কেৱলীয়া সকলে অতি যত্নেৰে পালন কৰি, গুৰুমুখে মূলতত্ত্ব গ্ৰহণ পূৰ্ব্বক, দেৱ, পিতৃ আৰু ঋষি ঋণৰ পৰা মুক্ত হৈ কেৱল ধৰ্ম্মৰ চিন্তাত মনোনিবেশ কৰিব।

কৰ্ম্মদোষৰ কাৰণে জীৱৰ অনেক প্ৰকাৰ গতিপ্ৰাপ্ত নৰকত্ পতিত হোৱা আদি যম যাতনাৰ কথা সদায় আলোচনা কৰিব। আকৌ আত্মীয় লোকৰ বিয়োগ, অপ্ৰিয় লোকৰ লগত লগ, বৃদ্ধ অৱস্থাৰ দুঃখ, ৰোগৰ পৰা কষ্ট, এই দেহৰ পৰা জীবাত্মাৰ বিলোপ অথাৎ নিঃশৰণ, পুনৰাই গৰ্ভবাসত দুঃখ সহি জন্ম গ্ৰহণ আৰু সহস্ৰ সহস্ৰ যোনিত্ বাৰম্বাৰ যাতায়াত, এই সমুদায়ী দুঃখ কৰ্ম্মদোষে উদ্ভৱ হয় ; এই কথা সদায় চিন্তা কৰি থাকিব।

কেৱল ধৰ্ম্মৰ চিহ্নাদি ধৰিলেই ফল নহয়, যি ধৰ্ম্মৰ যি নিয়ম আছে সেই মতে প্ৰবৰ্ত্তন কৰিলেহে ধৰ্ম্মাচৰণ হয়। যেনেকৈ নিৰ্ম্মালি গুটি পানীত পেলাই দিলেহে পানী নিৰ্ম্মল হয়, কিন্তু তাৰ নাম ললেই নিৰ্ম্মল নহয়, তেনেকৈ কেৱল ধৰ্ম্মৰ চিহ্ন অৰ্থাৎ লাখুটিধৰা, গাঁতিমৰা আৰু আঠুৰ উপৰ কাপোৰ পিন্ধা আদি চিহ্নৰ পৰা ধৰ্ম্ম নহয়। এই বোৰ চিহ্নও ধৰিব লাগিব আৰু আচাৰ, শ্ৰৱণ কীৰ্ত্তন প্ৰভৃতি নিয়ম সকল কায়মনোবাক্যে প্ৰবৰ্ত্তিব লাগিব। তেহে ধৰ্ম্ম কৰা হয়।

প্ৰাণায়াম* দ্বাৰা ইন্দ্ৰিয় বিকাৰ আদি দোষ বোৰ নিলগাব। ঠাই বিশেষে মনক বন্ধন কৰিব ; আৰু নিজ নিজ বিষয়ৰ পৰা ইন্দ্ৰিয়

* মন্ত্ৰোচ্চাৰণ পূৰ্ব্বক উশাহ নিৰোধ কৰি প্ৰাণ দমন কৰিবৰ উপায়। এই উপায়ে ঈশ্বৰৰ ৰূপ ধৰা হয়।

সকলৰ আকৰ্ষণ নিবাৰণ কৰি, বিষয় সংসৰ্গৰূপ পাপ্ বোৰৰ পৰা দূৰৈত ৰাখিবলৈ চেষ্টা কৰিব। আকৌ সদায় মনক পৰমেশ্বৰৰ ধ্যানত নিযুক্ত ৰাখি, কাম ক্ৰোধাদি অনীশ্বৰ ( ঈশ্বৰ ভিন্ন ) গুণ বোৰক জয় কৰিব।

কেৱলীয়া সকলৰ ভোজন পাত্ৰ কোনো ধাতুৰ হব নেলাগে। কাঠৰ বা শিলৰ হোৱা উচিত। ভাঙ্গা ফুটা হব নেলাগে, পানীৰ সাজ লাউ খোলাৰ হব লাগে। প্ৰাণ ৰক্ষাৰ কাৰণে এবাৰ মাথোন ভিক্ষা কৰিব, কিয়েনো বেচি হলে বিষয়াশক্তি জন্মিব পাৰে। দিনৰ শেষভাগে মানুহৰ ঘৰলৈ ভিক্ষা কৰিবলৈ যাব। ভিক্ষা নেপালে মনত দুঃখ, পালে ৰং নকৰিব। যাতে প্ৰাণ যাত্ৰা মাথোন চলে, ইমান খিনি মাথোন ভিক্ষা কৰিব। অন্যান্য ব্যৱহাৰ্য্য বস্তুৰ প্ৰতিও আসক্তি এৰিব। কাকো অতি আদৰ কৰা আৰু কাৰো আদৰণীয় হোৱাও অনুচিত। কিয়নো তাৰ পৰা ক্ৰমে ক্ৰমে সংসাৰ বন্ধন আৰু মায়াৰ শিকলিৰে বন্ধা হব পাৰে। এই হেঁতুকে আদৰৰ সহিতে পোৱা ভিক্ষাও পৰিত্যাগ কৰিব লাগে।

অকলে বাস্ কৰিব। জীৱন বা মৰণলৈ এবাৰো কামনা নকৰিব কিন্তু ভৃত্য যেনেকৈ কামৰ বেচলৈ নিৰূপিত্ সময়ক মনত কৰি থাকে, সেইৰূপ জীৱন মৰণ উভয় কালে ধৰ্ম্মলাভৰ কামনা কৰি থাকিব। তললৈ চহিহে ভৰি পেলাব, কাপোৰাদিৰে চেকিহে পানী খাব। সদাই সচা কথা কব আৰু মনক পবিত্ৰ কৰিব। আনে বেয়া লগা বা অপমান জনক কথা কলে তাক সহিব; আৰু নিজেও কাকো অপমান নিদিব আৰু কাৰো শত্ৰুতা নকৰিব। কোনোৰে নিজক দুৰ্ব্বাক্য বুলিলে তাৰ প্ৰতি ক্ৰোধ্ প্ৰকাশ নকৰি, তাৰ আগত বিনয় ভাৱ প্ৰকাশ কৰিব। কেতিয়াও মিচা কথা নকব। সদাই ঈশ্বৰ চিন্তাত নিমগ্ন থাকিব; কোনো বিষয়লৈ আশা নেৰাখি সদাই নিস্পৃহ হৈ থাকিব। কেৱল

প্ৰাণস্বৰূপ পৰমেশ্বৰক সহায় কৰিয়েই নিজৰ কৰ্ত্তব্য কাম কৰি সংসাৰত থাকিব। জ্যোতিষ আৰু হাতৰ আঁক আদি কিম্বা মঙ্গল দেখি, নাইবা শাস্ত্ৰত পাৰ্গতালি দেখুৱাই কাৰো ঠাইত ভিক্ষা লাভৰ ইচ্ছা নকৰিব ইত্যাদি।

ভোজন বিষয় যিমান কমাব পাৰে তিমান চেষ্টা কৰিব, কিয়নো মানুহৰ খোৱা বস্তুৰ দ্বাৰাই তেজ-বল বেচি হলে, কাম ক্ৰোধাদি ৰিপু বোৰে শৰীৰত পূৰ্ণক্ষমতা লাভ কৰে। তেতিয়া ভক্তিৰ প্ৰতিও মন ৰিচলিত হয়; এতেকে অল্পাহাৰ কৰি যাতে শৰীৰৰ তেজ বল কমে তাৰে যত্ন কৰিব। অধিক পৰিমাণে নেখাব, একেবাৰে লঘনেও নেথাকিব, অধিক পৰিমাণে নুশুব আৰু নিচেই কৈ নোশোৱাকৈও নেথাকিব।

যেনেং—নাত্যশ্নতস্তু যোগোস্তি নচৈকান্ত মনশ্নতঃ
নচাতি স্বপ্নশীলস্য যাগ্ৰতো নৈবচাৰ্জ্জুনঃ
( ইতি ভাগবদ্গীতায়াং )

কেৱলীয়া সকলৰ-ঘৰদুৱাৰ, খোৱা পিন্ধাৰ বেশ বিন্যাস আদিও যাতে কোনো ৰূপে দুঃখে-কষ্টে নিৰ্ব্বাহ হয়, এনে হব লাগে। অতিশয় উত্তম হলে কাম, ক্ৰোধাদি ৰিপু সকলে দেহত অধিকাৰ কৰিবলৈ বল পায়। আকৌ নিজে কেনেকৈ উদ্ধাৰ হৈ সদ্গতি লাভ কৰে, তাৰে মাত্ৰ চেষ্টা কৰিব। আন কোনও লোকক মূল তত্বাদি কৈ তৰাবলৈ চেষ্টা কৰি, ব্যৱসায়ী চলোৱা উচিত নহয়। কিন্তু তেওঁৰ সৎচৰিত্ৰ আৰু ঈশ্বৰ চিন্তাত মন নিমগ্নাদি আকৌ কাম ক্ৰোধাদিক বশে ৰখা দেখি অপৰ

দুই জনে যেন তেনেকুৱা হবলৈ চেষ্টা কৰে, তাৰে আৰ্হিৰ নিচিনা হব লাগে*।

তিৰোতা বোৰে সৈতে ঈশ্বৰ সম্বন্ধীয় আলাপ প্ৰলাপ কিম্বা তিৰোতাৰ স্বামীত্ ভিন্ন অপৰ ধৰ্ম্মৰ অনুষ্ঠা কৰিবৰ উপদেশ দিয়া খাত-পাম চলোৱা, টকা ধাবদি সুত গ্ৰহণ কৰা খাট-পালেঙ্গ তুলি-তলিচাত শোৱা ম'হৰ গাখীৰেৰে আউহি-একাদশী পালন কৰা, এটী বা দুটি অবিয়া আলধৰা লৰা ৰাখি, তাহাতৰ দুইও কাল অকামিলা কৰা আদি নিয়ম কেৱলীয়া সকলৰ ধৰ্ম্ম বিৰুদ্ধ যেন লাগে।

---

# দ্বাবিংশ অধ্যায়।

## দায়ভাগ ( পিতৃ-ধন বিভাগ )।

পিতৃ-মাতৃ লোকান্তৰ হলে, ভ্ৰাতৃবৰ্গ এটাইযে মিলি পিতৃধন সমানে ভগাই লব পাৰে। কিন্তু পিতৃ বৰ্ত্তমানে আৰু তেওঁৰ অনিচ্ছায় পুত্ৰসকলৰ কোনো অধিকাৰ নাই, যদি অন্যান্য ভ্ৰাতৃ সকলে জ্যেষ্ঠজনক পিতৃস্থানে একত্ৰ বাস কৰে; তেন্তে জ্যেষ্ঠজনে পৈতৃক সম্পত্তিৰ সম্পূৰ্ণ অধিকাৰী হবলৈ পাৰে। কিয়নো জ্যেষ্ঠ পুত্ৰ ভূমিষ্ঠ হোৱা মাত্ৰেই মানুহ পুত্ৰৱান আৰু পিতৃলোক অঋণী হয়। এই কাৰণে জ্যেষ্ঠ স্বৰ্ব্বস্ব পাবৰ যোগ্য। তাঙ্গৰ পুতেক জন্ম ধৰা মাত্ৰেই বাপেক পিতৃঋণৰ পৰা মুক্ত হয়, এতেতে জ্যেষ্ঠ পুত্ৰ ধৰ্ম্মোৎপন্ন পুতেক। অন্যান্য সন্তান বোৰ

---

* (১) এই ৰকমে চলিলে গৃহস্থালি ধৰ্ম্মত থাকিও এই ধৰ্ম্মাচৰণ কৰা হয়। আৰু নিস্তাৰ পাব পাৰে।
যেনে ;—"কৰ্ম্মণৈব হি সংসিদ্ধি মস্থিতা জনকা দয়ঃ"।

(২) এই হেতুকেই ঈশ্বৰ পুৰুষে ঠাকুৰ আটাক অগৃহী বুলিছিল।

কামজ মাত্র। ডাঙ্গৰ জনে সৰু বোৰক পুত্ৰৰ নিচিনা প্ৰতিপাল কৰিব। আৰু সৰু বোৰেও সচ্চৰিত্ৰ, ন্যায়পৰায়ণ আৰু ধাৰ্ম্মিষ্ঠ ডাঙ্গৰ ভ্ৰাতৃক ধৰ্ম্মত পিতৃতুল্য ভক্তি কৰিব। জ্যেষ্ঠেই কুলৰ উন্নতি আৰু অবনতিৰ মূল।

ভ্ৰাতৃ বিলাকে অবিভক্ত ভাৱে একত্ৰে বাস কৰিব। কিন্তু পৃথকে ধৰ্ম্ম বৃদ্ধি হয়, এতেকে ধৰ্ম্মকাঙ্ক্ষী লোকে; ঠাই ঠাই বাস কৰিলেও বেয়া নহয়।

পৈত্ৰিক ধনৰ ভাগ ডাঙ্গৰ জনে দ্বিগুণ, মজলীয়াই ডেৰা, ইয়াত বাহিৰে অন্যান্য বোৰে এক এক ভাগ পাব। অনূঢ়া ভনী বিলাকৰ বিবাহৰ খৰচৰ কাৰণে, প্ৰত্যেকৰ নিজ নিজ অংশৰ পৰা এক চতুৰ্থাংশ দিব। যোনে এই ভাগ দিবলৈ অনিচ্ছা কৰে সি ধৰ্ম্মতঃ পতিত হয়।

যেনেং —

স্বেভ্যোহংশেভ্যস্তু কন্যাভ্যঃ প্ৰদদ্যুভ্ৰাতৰঃ পৃথকঃ।
স্বাৎস্বাদংশাচ্চতুৰ্ভাগং পতিত্যঃস্যুৰাদিৎসৱঃ॥

( ইতি মনুঃ নঃ অঃ )

মহ-গৰু আদি পশু বিলাক যদি সমানে ভাগ কৰাত মিল নহৈ দুই এটা বাকী থাকে; তেন্তে সেই অতিৰিক্ত পশু জ্যেষ্ঠে পাব।

যদি কেইবা জনি সবৰ্ণাস্ত্ৰী হয আৰু যদি প্ৰথম জনীৰ গৰ্ভত প্ৰথম পুত্ৰ নহৈ শেষৰ বিবাহিতা স্ত্ৰীৰ গৰ্ভত জন্মে, তেন্তে সেই লৰাই ডাঙ্গৰ বুলি গণ্য হব। জমজ অৰ্থাৎ জজা লৰা দুই জনৰ ভিতৰত প্ৰথম ওপজা লৰাই ডাঙ্গৰ।

যদি কোন লোকৰ পুত্ৰ সন্তান নথকাত ছোৱালী বিয়া দিয়া সময়, এনেকুৱা ব্যৱস্থা কৰে যে "এই কন্যাৰ গৰ্ভত যি লৰা হয়, সেই ৰাইল আমাৰ শ্ৰাদ্ধৰ গৰাকী হব" এনেকুৱা কন্যাকে পুত্ৰিকা বোলে।

এই পুত্রিকা কন্যাৰ গৰ্ভত জন্মা লৰাই বাপেক আৰু মাতামহৰ উভয়ৰে কৰ্ম্মকৰ্ত্তা আৰু সম্পত্তিৰ অধিকাৰি হব। এই ৰূপে পুত্রিকা গ্রহণ কৰাৰ পিছত যদি কোন লোকৰ পুত্ৰ জন্মে, তেন্তে সেই পুত্ৰ আৰু পুত্রিকা পুত্ৰ সমানাংশ ভাগী হব। আৰু পুত্রিকা পুত্ৰ নজন্মাতেই মৰিলে, তাইৰ প্ৰাপ্য সম্পত্তি তাইৰ পতিয়ে পাব। জীয়েকৰ গৰ্ভে স্বজাতীয় ভৰ্ত্তাৰ দ্বাৰাই জন্মা লৰাই পৰিগণিত হব আৰু এই জীব নাতিয়ে পিণ্ডদান কৰি, অপুত্ৰক মাতা মহৰ সম্পত্তি গ্রহণ কৰিব।

যেনে ;—

অকৃতা বা কৃতা বাপি যং বিন্দেৎ সদৃশাৎস্থতম্।
পৌত্রী মাতা মহস্তেন দদ্যাৎ পিণ্ডং হৰেদ্ধনম্॥ ১৩৬
( ইতি মনু নঃ অঃ )

মানুহে পুত্ৰদ্বাৰাই পিতৃ আৰু দেৱ লোকাদি লাভ কৰে; পৌত্ৰ দ্বাৰাই অনন্তত্ব আৰু প্রপৌত্র দ্বাৰাই সূৰ্য্যলোক পায়। পুত্ৰে বাপেকক পুন্নাম নৰকৰ পৰা পৰিত্ৰাণ কৰে, এই কাৰণে ব্ৰহ্মা স্বয়ং পুত্ৰ নাম দিছে।

যেনে ;-

পুন্নামো নৰকাৎ যস্মাৎ ত্ৰায়তে পিতৰং সুতঃ।
তস্মাৎ পুত্ৰ ইতি খ্যাতো দ্বয়মেব স্বয়ম্ভুবা॥

মানুহৰ পৌত্ৰ আৰু দৌহিত্ৰ এই দুই জনৰ ভিতৰত একো প্ৰভেদ নাই, কিয়নো পৌত্ৰৰ নিচিনা দৌহিত্ৰও পৰকালে পৰিত্ৰাণ কৰে।

যেনে ;—

পৌত্ৰ দৌহিত্ৰে ধোলেৰ্কে বিশেষো নোপ পদ্যতে।
দোহিত্ৰো হ্যপিহ্ন মুত্ৰেনং সন্তাৰয়তি পৌত্ৰবতঃ॥
ইতি মনুঃ নঃ অঃ ১৩৯।

দত্তক পুত্ৰ ( ধৰ্ম্ম পুত্ৰ ) গ্ৰহণৰ পিছত, যদি ঔৰষ পুত্ৰ জন্মে আৰু এই দত্তক পুত্ৰ যদি গুণবান হয়; তেন্তে ঔৰষ পুত্ৰেৰ অষ্টাংশ ভাগী হব। দত্তক পুত্ৰ জন্ম দাতাৰ গোত্ৰ বা ধনৰ আৰু শ্ৰাদ্ধাদি কাৰ্য্যৰ গৰাকী হব নোৱাৰে। কোনো তিৰোতাৰ স্বামী মৰাত কিম্বা জীয়াই থকাতেই জাৰজ সন্তান হলে, সেই লৰাই পিতা মহাদিৰ সম্পত্তিৰ ভাগ নেপায়, কিন্তু প্ৰতি পালিত হৈ থাকিব পাৰিব মাথোন।

ওপৰত কেৱল সবৰ্ণা স্ত্ৰীৰ গৰ্ভজাত সন্তানৰ সম্পত্তি বিভাগৰ নিয়ম মাথোন লিখা হল। ইয়াত বাহিৰে অসবৰ্ণা আৰু দাসী আদিৰ গৰ্ভজাত অনেক প্ৰকাৰ সন্তানৰ বিষয়ো শাস্ত্ৰত লেখা আছে; কিন্তু সেই সকল বিবাহ কলি কালত বেচি চলতি নাই দেখি, সেই বোৰ এই পুথিত লেখা নগল।

শাস্ত্ৰত মানুহৰ দহ প্ৰকাৰ পুত্ৰৰ উল্লেখ আছে। যেনে;—ঔৰজ ক্ষেত্ৰজ, দত্তক্ কৃত্ৰিম, গাঢ়োৎপন্ন, অপবিদ্ধ, কাণীন, সহোঢ়, ক্ৰীত, পৌনৰ্ভবা, স্বয়ংদত্ত আৰু শৌদ্ৰ। এই দহ প্ৰকাৰ পুত্ৰৰ ভিতৰত প্ৰথম ছয় প্ৰকাৰ পুত্ৰ গোত্ৰদায়াদ আৰু বান্ধব্ বুলি গণনা হয়। আৰু শেষৰ চাৰি প্ৰকাৰ পুত্ৰ কেৱল বান্ধব্ বুলি গন্য হৈ থাকে মূল কথা এই যে পিতা মহাদি ধনৰ উত্তৰাধিকাৰীক গোত্ৰদায়াদ আৰু আন বিলাক বান্ধব্।

গৰ্ভজাত যদি অনেক ভ্ৰাতা থাকে আৰু যদি তাহাঁতৰ ভিতৰত কেৱল এজনৰ মাথোন পুত্ৰ হয়, তেন্তে সেই পুত্ৰৰ দ্বাৰাই এটাই কেই জন ভ্ৰাতৃয়েই পুত্ৰবান হয়। সেই লেখিয়া যদি কেইবা জনী তিৰোতাৰ এজনমুনিহ হয়, আৰু তাইহঁতৰৰ ভিতৰত কেৱল এজনীয়ে মাথোন পুত্ৰৱতী হয়; তেন্তে এই পুত্ৰৰ দ্বাৰাই এটাই কেই জনীয়ে পুত্ৰৱতীৰ ফল ভোগিনী হব।

যেনে;—

ভ্রাতৃনামেক জাতা নামে কশ্চেৎ পুত্ররান ভবেৎ।
সর্ব্বাংস্তাস্তেন পুত্রেন পুত্রিনো মনুৰ ব্রতীৎ ।।১৮২।।
সর্ব্বসা মেক পত্নী নামেকা চেৎ পুত্রিনী ভবেৎ।
সর্ব্বাস্তা স্তেন পুত্রেন প্রাহ পুত্র ব্রতী ম্নুঃ ।।১৮৩।।

( ইতি মনুঃ নঃ অঃ )

( সম্পূর্ণ )।



## উপৰঞ্চি।

### কেৱল ধৰ্ম্মৰ আৰ্হি।

### কলি কালত হোৱা কথা।

পূৰ্ব্বকালত কেৱলীয়া ভকত সকলে কি ৰূপে ধৰ্ম্ম পালন কৰিছিলে তাৰ দৃষ্টান্ত স্বৰূপ তিনিটি ঘটনা তলত তুলি দিয়া হল।

(১) বৰপেটা শত্ৰত শ্ৰীশ্ৰীঈশ্বৰ মাধব দেৱৰ সত্ৰত শ্ৰীৰাম আটা নামে জনৈক কেৱলীয়া ধৰ্ম্মাৱলম্বী ভকত আছিল। তেওঁৰ কোনো এসময়ত চিতল মাছৰ শিঙৰী খাবৰ ইচ্ছা হৈছিল; এই সময়ে কোনো মানুহে "হাটীৰ" ভকত সকলক কেইটিমান ডাঙৰ চিতল মাছ দিয়াত তেওঁ ভকতক কৈ কেই ডোখৰ মান শিঙৰী মাছ আনি, ভালকৈ ৰান্ধি বাঢ়ি খাবলৈ সাজু হৈ বহিলে। বহি মনক এই বুলি কবলৈ ধৰিলে যে "তুমি যি ইচ্ছা কৰিছিলা তাকে পাইছা, এতিয়া তুমি তোমাৰ ইচ্ছা নিবাৰণ কৰা। মই হলে মোৰ হাতে, মোৰ মুখত তুলি নিদিম; তুমি কি ৰূপে পাবা খোৱা"। এই কথা কৈ কিছুমান সময় সেই বস্তু আগত লৈ বহি থাকি, আকৌ মনক কলে যে "যদি তোমাৰ নিজে কোনো কাম কৰিব আৰু খাব পৰা ক্ষমতাই নাই; তেন্তে পৰাধীন হৈ এনে ইচ্ছা কিয় কৰা"? এই বুলি সেই মাছৰ আঞ্জা দূৰত ফেলি থৈ, সেই দিন কেৱল ডখৰা খাৰেৰে ভাত খাই উঠিল।

(২) আকৌ এসময়ত এই সিদ্ধ পুৰুষ জনে, বৰপেটাৰ দক্ষিণে থকা গণককুছি * নামে গাঁওলৈ ভিক্ষাৰ্থে গৈ এঘৰ মানুহৰ ঘৰত এজনী বুঢ়ীক লগ পাই, ভিক্ষাৰ অনুৰোধ কৰাত বুঢ়ীয়ে সুধিলে যে

---

* এই গণক কুছি গাওঁ এতিয়াও আছেহি এখন প্ৰধান শাস্ত্ৰ। ইয়াত ৺মাধব দেব পুৰুষ ১৮ বছৰ বাস কৰিছিল।

"আপোনিনো কেইটি প্ৰসঙ্গ কৰে ?" তেতিয়া তেওঁ কলে যে গুৰুৰ কৃপাত তিনিও প্ৰসঙ্গতেই উপস্থিত থাকোঁ"। তাতে বুঢ়ীয়ে কলে "আমি তিনি প্ৰসঙ্গীয়া ভকতক ভিক্ষা নিদিওঁ"। এই কথা শুনি তেওঁ উভতি আহি বহুৰত বহি থাকিলে। পিছত ঈশ্বৰ মাধৱ দেৱ পুৰুষে কিঙ্কৰৰ দ্বাৰাই মতাইনি শুধিলে যে "শ্ৰীৰাম তোমাৰ কি হৈছে ? তাতে তেওঁ উল্লিখিত ঘটনাৰ আদ্যোপান্ত কলে। তেতিয়া গুৰুজনে কলে যে "তুমি আকৌ কাইলৈ বুঢ়ীৰ ঠাইক ভিক্ষা কৰিবলৈ গৈ চৌদ্ধটি প্ৰসঙ্গ কৰোঁ বুলি কবা"। সেই কথা মতে পাচ দিনা আকৌ ভিক্ষাক গৈ, পুৰ্ব্ব দিনৰ নিচিনা কৈ বুঢ়ীয়ে শোধাত, গুৰু জনৰ কথা মতে চৌদ্ধটি প্ৰসঙ্গৰ কথা কলে। তাতও বুঢ়ীয়ে কলে যে "চৌদ্ধ প্ৰসঙ্গীয়া ভকতকো আমি ভিক্ষা নিদিম"। তেতিয়া সেই দিনাও আগৰ দিনৰ নিচিনাকৈ ফিৰি আহি উল্লিখিত কথোপকথন গুৰু জনৰ আগত কোৱাত গুৰু জনে পুনঃ কলে যে "বাৰু কালি আকৌ গৈ পোন্ধৰটি প্ৰসঙ্গৰ কথা বুলিবা"। গুৰু জনৰ কথা মতে আকৌ তেওঁ পাচ দিনা খলো বুঢ়ীৰ তলৈ গৈ পোন্ধৰ প্ৰসঙ্গৰ কথা কোৱাতহে বুঢ়ীয়ে আদৰেৰে ভিক্ষা দিলে।

এই ঘটনাৰ পিছত তেওঁ ভিক্ষা কৰিব এৰিলে। এদিনাখন উপবাসে থকাৰ কথা গুৰুজনে শুনিবলৈ পাই, নিজৰ পৰা কিঙ্কৰৰ হতুৱাই একঠি চাউল দিয়ালে। পিছে অন্যান্য ভকত সকলেও এই কথা জানিব পাৰি, এটাইয়ে এই ৰূপে চাউল দিয়াত, তেওঁৰ এটি সৰু ভুলি আছিল সেইটি ভৰিলে। এই ৰূপে কেই দিন মান থকাত, বেচি চাউল জমাত; আৰু সেই চাউলৰ নিমিত্তে নিগনি বোৰৰ উপদ্ৰৱ হোৱাত, তেওঁৰ অসুখ অশান্তি হ'ল। এদিনাখন ঈশ্বৰ পুৰুষৰ শুৰিলৈ গৈ সেৱা কৰি উল্লিখিত অসুখৰ কথা আৰু এইৰূপ অৱস্থাত

তেওঁক ভৱিষ্যতে মায়া মোহে আক্ৰমিবও পাৰে ইত্যাদি বিষয় প্ৰাৰ্থনা কৰাত গুৰুজনে এই কথাত অত্যন্ত সন্তোষ পাই, সেইকৰ হতুৱাই চাউল বোৰ নি, এটাইবোৰ ভকতক ভগাই দি তেওঁৰ অসুখ দূৰ কৰালে * ।

( ৩ ) এই সিদ্ধ পুৰুষ জনৰ গুৰু ভক্তি ও যে অচলা আছিল তাক তলত লেখা কথাটিৰ পৰা সহজে জনা যায় ।

এওঁক ঈশ্বৰ ঠাকুৰ আতা পুৰুষে আনি ঈশ্বৰ মহাপুৰুষ মাধৱ দেৱক দিছিলে; সেই বাবে আৰু এওঁলোক ( ঈশ্বৰ মাধবদেব আৰু ঈশ্বৰ ঠাকুৰ আতা ) দুইও সখি ( অৰ্থাৎ যুগল সম্প্ৰদা ) আছিল। ভক্তি তত্বত্ যি জনে গুৰু চিনাই দিয়ে তেওঁও গুৰু সদৃশ পূজনীয়, আৰো যুগল সম্প্ৰদাৰ ভিতৰতো দুইৰো অভিন্ন অৰ্থাৎ একাত্মা; ইত্যাদি কাৰণে শ্ৰীৰাম আতাই ঈশ্বৰ মাধবদেৱ আৰু ঈশ্বৰ ঠাকুৰ আটা দুইও জনকেই গুৰু বুলি মানিছিল। সেই সময়ে ঈশ্বৰ ঠাকুৰ আতাৰ বাস বৰপেটাৰ পশ্চিমে ভাগ নাইল দূৰৈত "জনিয়া" গাঁওত আছিল‡। আতা পুৰুষ প্ৰায় প্ৰতিদিনে জনিয়াৰ পৰা বৰপেটাক গৈ পুবাৰ প্ৰসঙ্গত্ হাজিৰ হৈছিল। এদিনাখন আতা পুৰুষ প্ৰসঙ্গত উপস্থিত্ হোয়াত ঈশ্বৰ মাধবদেব পুৰুষে তেওৰ কাপোৰ বোৰ তিতা দেখা পাই, কাৰণ শোধাত, বাটৰ দুইও কাষত থকা বনৰ নিয়ৰে কাপোৰ বোৰ তিতাইছে বুলি কলে। এই কথা কোবা মেলাৰ সময় গুৰিতে শ্ৰীৰাম আতা বহি আছিল। তেওঁ গুৰুৰ এই দুঃখৰ কথা শুনি আৰু দেখা

* এই আৰ্হি মতেহ বৰ্ত্তমানেও চাউল ভগনী হৈ আছে।

‡ এই গাঁওখন অতিশয় পুৰণী, বৰ্ত্তমাণে জণীয়া শত্ৰ নামে প্ৰখ্যাত।

পাই অতিশয় দুঃখিত হল; আৰু তাৰ পাচদিনা পুৱাই উঠি গৈ বাটটিৰ যি যি ঠাইত হাবি হৈছিল, সেই এটাই বোৱ দাৰে কাটি পেলালে। তাৰ পিছত ঈশ্বৰ ঠাকুৰ আতা প্ৰসঙ্গক অহাত, মহাপুৰুষ দেৱে কাপোৰ নিতিতা দেখি কাৰণ শোধাত, শ্ৰীৰাম আতাই বাটটি জুৰিদিয়া কথা শুনি বৰ সন্তোষিত হৈ "শ্ৰীৰামৰ ধন্য গুৰু ভক্তি" বুলি প্ৰশংসা কৰিলে * এই বোৰ কথাৰে পূৰ্ব্বকালৰ কেবলীয়া ভকত সকল কেনে জিতেন্দ্ৰিয় আছিল আৰু কেবল ধৰ্ম্মৰ পক্ষে কেনে হোৱা উচিত ইত্যাদি বিষয় কিছু পৰিমাণে বুজিব পৰা যায়।

---

* এই জনসিদ্ধ পুৰুষে সম্পূৰ্ণৰূপে কেবলীয়া ধৰ্ম্ম প্ৰতিপালন কৰিছিল বুলি সাধু সমাজত প্ৰবাদ আৰু ভক্তি তত্বত লেখা আছে। এতিয়াও এওঁৰ ভক্তিৰ মাহাত্ম্য আৰু সুকীৰ্ত্তি আসামৰ সকলো শত্ৰতে প্ৰখ্যাত, আৰু সদাই দহজনৰ মাজত কোবামেলা হৈ শ্ৰবণ কীৰ্ত্তন হব লাগিছে। দ্বাপৰত বিদুৰ আৰু কলিত শ্ৰীৰাম আতা এই দুই জনৰ প্ৰভেদ নাই বুলিলেও অত্যুক্তি কৰা নহয়। এই আতা জনৰ জন্ম বৃতান্ত এতিয়ালৈ কোনো লোকে ঠিক কৰ নোৱাৰে, শাস্ত্ৰতো পোৱা নাই।

# ২। উপাৰ্জ্জি।

## গুৰুভক্তি।

### কলিকালৰ ঘটনা।

শ্ৰী শ্ৰী ঈশ্বৰ মহাপুৰুষ শঙ্কৰ দেব নিম্ন আসামৰ বৰপেটাত * বাস কৰি পবিত্ৰ বৈষ্ণব ধৰ্ম্ম প্ৰচাৰ কৰিব ধৰাত, দেব দেবী পূজাৰ চলতি হ্ৰাস হোৱা দেখি, অনেক ব্ৰাহ্মণে গোটখাই, সেই সময়ৰ "নৰনাৰায়ণ" ৰজাৰ ঠাইত আপত্তি জনালে যে "শঙ্কৰ নামেৰে এজন শূদ্ৰে উজানিৰ পৰা আহি আমাৰ ইঠাইত বৈষ্ণব ধৰ্ম্ম প্ৰচাৰ কৰি তেওঁ আৰু তেওঁৰ ভকত বোৰে বেদ-শাস্ত্ৰৰ মত নেমানে। ইয়াত দেব দেবীৰ পূজা আৰু হোম-যজ্ঞাদি সকলো লোপ হ'ল।" ইত্যাদি নানা তৰহৰ কথা লগোৱাত, ৰজাই খঙ্গ কৰি, ঈশ্বৰ পুৰুষক ভকত সকলে সহিতে ধৰি নিবলৈ কিঙ্কৰ পঠাই দিলে। লোক মুখে এই কথা শুনি এনে অবস্থাত ৰজাক দেখা দিয়া অনুচিত বিবেচনায় তেওঁ ভকত সকলে সহিতে অল্প আঁতৰি থাকিলে। তাতে ৰজাৰ লোকে তেওঁক লগ নেপালে। কিন্তু "৺ঠাকুৰ আত আৰু গকুলচন আতৈ নামে দুজন ভকতক ধৰি নি ৰজাক দিলে। ৰজাই এওঁ লোকক পাই শ্ৰীশঙ্কৰ দেবক নোপোৱা খঙ্গত, শাস্তি কৰি শঙ্কৰ দেবৰ সঙ্গ আৰু তেওঁ লোকে সেই ধৰ্ম্ম পৰিত্যাগ কৰিবনে নকৰে ইত্যাদি কথা সুধিলে। তাত তেওঁ লোকে নোহোৱাত মাস্তি আকৌ হাত-ভৰিৰ প্ৰতি আঙ্গুলিৰ মাঝে মাঝে আৰু গাৰ চাল বোৰত বাহৰ শলা বিন্ধাই দিয়া আদি উগ্ৰ শাস্ত কৰিলে। আৰু ৺ঠাকুৰ আটাৰ এখন হাতো ভাঙ্গি পেলালে। এনেকুৱা অসহ্য শাস্তিতো তেওঁ গুৰুৰ বিপৰীতে

এ আথৰো কথা নকলে। যিমানে শাস্তি কৰে তেও তিমানে শ্ৰীশ্ৰী ঈশ্বৰ শঙ্কৰ দেব নাম উচ্চাৰণ কৰে ; আৰু এই ধৰ্ম্ম আন সকলো ধৰ্ম্মতকৈ উচ্চ ; কলিৰ লোকক এই ধৰ্ম্মত বাহিৰে আন ধৰ্ম্মে তাৰিব নোৱাৰে, ইত্যাদি কথাহে বাৰম্বাৰ কবলৈ ধৰে। এইৰূপে এবছৰ কাল শাস্তি কৰাৰ পিছত * তেওক হেমা-পেমা নামে দুজন ভোটৰ ঠাইত এশ টকা ৰূপ লৈ বেছিলে।

ভোট্ দুজনে আটাপুৰুষক লৈগল, কিন্তু বাটত এই ঘটনা হল যে তাহাঁতে ( ভোটহঁতে ) আগ পিনে একো দেখা নেপায় , পাচৰ পিনে হলে সমূলি দেখা পায়। এই কথাত তাহাঁতে মনত ভয় পাই, "কিবা দেবমানুহ বজাই দিলে" বুলি তেওক পুনঃ বজাক ওভতাই দি টকা ফিৰাই নিলে।

পিছে বজাই কোন প্ৰকাৰে অভিপ্ৰায় সিদ্ধি কৰিব নোৱাৰি আৰু ধৰ্ম্মৰ উল্লিখিত মাহাত্ম্য বোৰ দেখি, তেওক সন্মানেৰে এৰি দিলে। দেখা গুৰু ভক্তিৰ কি মহিমা। ভকতৰ কি শক্তি। এই সকল সিদ্ধ পুৰুষে কলিত জন্ম ধৰি গুৰু ভক্তি আৰু ধৰ্ম্মৰ অবিৰোধে দেশৰ সকলোৱে প্ৰাতঃস্মৰণীয় হৈ গৈছে।

তাৰ পিছে ৰজাৰ বন্দিশালৰ পৰা আতা পুৰুষে ঈশ্বৰ শঙ্কৰ দেবৰ ঠাইলৈ গৈ তেওৰ আগত আদ্যান্ত সমস্ত বৃতান্ত কোবাত ঈশ্বৰ পুৰুষে পৰম সন্তুষ্ট হৈ অমৃত হাতেৰে সমস্ত শৰীৰ মাজিলে। আৰু কলে

---

* বৰপেটাৰ নাম তেতিয়া চুন পুৰাহে আছিল। গুৰুৰ দিনৰ পৰা বৰপেটা হৈছে। দুই জনা গুৰুৰ অন্যান্য সমস্ত শত্ৰৰ ভিতৰত এই বৰপেটাই মুক্ষ শত্ৰ। আন কি আসামৰ ভিতৰত ইয়াৰ নিচিনা প্ৰজ্বলিত শত্ৰ আৰু দ্বিতীয় নাই।

"তুমি পবিত্র বৈষ্ণব ধৰ্ম্মৰ খুটী, আৰু মোৰ দাইন বাহু, তোমাৰ বংশানুক্রমে এই ধৰ্ম্ম প্রচাৰ কৰি থাকিব *। এই বুলি নিজ ঘৰলৈ যাবলৈ বিদায় দিলে।

তাৰ পিছে শ্রীশ্রীঈশ্বৰ শঙ্কৰ দেৱ উক্ত ৰজাৰ ঠাইলৈ গৈ চিনাকি দি অনেক প্রকাৰ শাস্ত্র আৰু ধৰ্ম্মালাপ কথাৰে ৰজাক সন্তোষ দিলে। আৰু শুচৰীয়া ব্রাহ্মণ সকলক বাদত পৰাস্ত কৰিলে। ইত্যাদি কথাত ৰজাই বৰ সুখ পাই, সেই ধৰ্ম্ম ধৰাৰ কাৰণ একান্ত অনুৰোধে কৰিলে ‡। আৰু তেওঁৰ ৰাজধানী কোচবিহাৰৰ ওচৰত ভেলৰ মধুপুৰ আদি ঠাইত শত্র পাতিবলৈ ঠিক কৰিদিলে। এই শত্রবোৰ বৰ্ত্তমানেও প্রজ্বলিত হৈ আছে।

---

* এই জন সিদ্ধ পুৰুষৰ বংশ এতিয়াও ময়ন বড়ী, ৰাঙ্গাপানী আৰু বৰনগৰ প্রভৃতি ঠাইত থাকি, পবিত্র বৈষ্ণব ধৰ্ম্ম প্রচাৰ কৰি আছে। সই অধমো এওঁৰ বংশৰে এজন মুৰুখ।

‡ শ্রীশ্রীঈশ্বৰ শঙ্কৰ দেৱে পূৰ্ব্বেই ৰজাৰ আৰু তিৰোতাৰ গুৰু তনহম বুলি কোৱা কথা আছিল, সেই দেখি ৰজাক ধৰ্ম্ম নেদিলে। আৰু সেই সময়ে তেওঁ যোগাশনত বহি বৈকুণ্ঠ লৈ গৈছে।

# শুদ্ধি-পত্ৰ।

বিদেশত ছপা হোৱায় আৰু প্ৰেসাধ্যাক্ষৰ অনেক বিঘ্নৰ বাবে পুথি খনৰ ভালেমান বৰ্ণাশুদ্ধি থাকিল, পাঠক সকলে যেন সেই দোষ মৰসন কৰে।

তলত শুদ্ধি পত্ৰ প্ৰস্তুত কৰি দিয়া হল, তাক চাই নিজ নিজ পুথি সংশোধন কৰি ললে কৃতাৰ্থ হম। বহুত ঠাইত "ৰ" ঠাইত ৰ, "ক" ঠাইত ক, আৰু "ৱ" স্থলত ব হৈছে। কিন্তু ইয়াক বেচি বেয়া যেন নেদেখি, শুদ্ধি-পত্ৰও তুলি দিয়া নগল হতি।

লিখোতা।

## শুদ্ধি পত্ৰ।

| পৃষ্ঠা | শাৰি | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৪ | ৯ | জীবেৰ | জীৱৰ |
| ৮ | ১৫ | মানহ | মানুহ |
| ৯ | ৮ | আচাৰেৰ | আচাৰেৰে |
| ১০ | ১৮ | ৰাহিবলৈ | বাহিৰলৈ |
| ১১ | ৩ | ক্ষত্ৰিয়েৰ | ক্ষত্ৰিয়ৰ |
| ,, | ৪ | বৈশ্যৰ | বৈশ্যৰ |
| ,, | ৫ | না হয় | ন হয় |
| ,, | ১৪ | মেষৰ | মেষৰ |
| ১২ | ১২ | এনেকুবা | এনেকুৱা |
| ,, | ২২ | অকৌ | আকৌ |
| ১৩ | ৬ | গুৰিৰ | গুৰিত |
| ,, | ১২ | দক্ষিণ | দক্ষিণ |
| ১৪ | ১২ | গুৰুকে | গুৰুৰে |
| ,, | ১৬ | গুকৰে | গুৰুৰে |
| ,, | ১৭ | যোয়া | যোৱা |
| ,, | ১৮ | গুকৰে | গুৰুৰে |
| ১৫ | ১ | আৰাম্ভ | আৰম্ভ |
| ১৬ | ৬ | ৰথা | কথা |

| পৃষ্ঠা | শাৰি | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ১৬ | ১২ | অসক্তিতেই | আসক্তিতেই |
| ,, | ২৪ | তেওৱেই | তেওঁৱেই |
| ১৭ | ৭ | ঠিক | ঠিয় |
| ১৯ | ১৫ | ভাবী | ভাৱী |
| ,, | ১৬ | পাৰপৰা | পাবপৰা |
| ২৪ | ১৪ | কামাত | কামত |
| ২৬ | ৯ | মদখাঙ্গৈ | মদখাই |
| ২৭ | ১৮ | ৰাভি | ৰাতি |
| ,, | ২৪ | ৰতেন্তে | তেন্তে |
| ,, | ,, | কৰি ; | কৰি , |
| ২৯ | ১১ | ত্ৰতেকে | এতেকে |
| ২৯ | ১২ | ন | ০ |
| ৩০ | ১১ | নকলো | সকলো |
| ,, | ১৭ | নদিয়াকৈ | নিদিয়াকৈ |
| ,, | ,, | খোবা | খোৱা |
| ,, | ১৮ | নেতুনকৈ | নতুনকৈ |
| ৩২ | ২ | তোঁওঁ | তেওঁ |
| ,, | ২২ | শক্র | শত্রু |
| ,, | ,, | নিমন্ত্র | নিমন্ত্রণ |
| ৩৩ | ২৪ | গাঁওব | গাওঁৰ |
| ৩৪ | ১৫ | আৰ | আৰু |
| ৩৯ | ৩ | নিলগাৰ | নিলগাব |
| ৪০ | ৪ | কালেৰ | কালে |
| ,, | ৬ | ঋতুকৈ | ঋতুতকৈ |
| ,, | ১২ | নেপাৰ | নেপায় |
| ,, | ১৭ | আকে | আকৌ |
| ৪১ | ৪ | যওঁতে | যাওঁতে |
| ৪৬ | ১৪ | কালব | কালৰ |
| ,, | ২১ | অৰু | আৰু |

| পৃষ্ঠা | শাৰি | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৪৭ | ১৫ | নখৰে | নখেৰে |
| ,, | ২০ | পশুৰে | পশুৰ |
| ৪৯ | ৫ | সোক | মোক |
| ,, | ১৯ | অস্পশ্য | অস্পৃশ্য |
| ,, | ২০ | বাপেকৰ | বাপেক |
| ৫০ | ২০ | শোথ | শোত্ |
| ,, | ২২ | হোৰত | হোৱাত |
| ৫২ | ২ | নোবাৰে | নোৱাৰে |
| ,, | ২৪ | ইপৰ | অপৰ |
| ৫৩ | ২০ | মসই | সেই |
| ৫৪ | ৬ | থোৱা | থোৱা |
| ,, | ৯ | গৰুৰে | গৰুৱে |
| ,, | ১ | বাজাৰে | বজাৰে |
| ৫৭ | ৫ | মাবিলেও | মাৰিলেও |
| ৫৮ | ৯ | পবকালে | পৰকালে |
| ,, | ২০ | কুলকেই | কুলৰেই |
| ৫৯ | ৮ | তেনেকা | তেনেকুৱা |
| ৬৩ | ১ | তাই | তাইৰ |
| ৬৪ | ১৭ | শষ্যাদি | শস্যাদি |
| ৭১ | ২ | পুত্ত্ৰেৰ | পুত্ৰৰ |

---